'CHAKRABAT A collection of short stories by Shri Chandra Prasad Saikia and Published by Monoranjan Dey, Bina Library, College Hostel Road, Guwahati-1 Assam Price Rupees Fifteen Only

---

প্ৰকাশক :

মনোৰঞ্জন দে

বীণা লাইব্ৰেৰী

কলেজ হোষ্টেল ৰ'ড

গুৱাহাটী-৭৮১০০১

প্ৰথম প্ৰকাশ :

ডিচেম্বৰ : ১৯৮৭

মূল্য : ১৫ ০০ টকা মাথোন।

ছপাওঁতা :

হাৰাধন ঘোষ

বীণাপাণি প্ৰেছ

২, ঈশ্বৰ মিল বাই লেন

কলিকতা-৭০০০০৬

# সূচী


| | | |
|---|---|---|
| ১। | দহন | ১ |
| ২। | যাত্ৰা | ১৪ |
| ৩। | অহৰহ | ২৮ |
| ৪। | স্বপ্ন | ৩৯ |
| ৫। | ভঙ্গুৰ | ৫৪ |
| ৬। | পূৰ্ণিমা | ৬৮ |
| ৭। | চক্ৰবৎ | ৭৮ |
| ৮। | অ’ভাৰকোট | ৮৫ |
| ৯। | উপসংহাৰ | ১০২ |
| ১০। | কুহেলিকা | ১১৭ |

## দহন

পীতাম্বৰ শইকীয়াৰ মৃতদেহ ৰাষ্ট্ৰীয় সম্মান আৰু মৰ্যাদাৰে দাহ কৰা হ'ব।

এই বাতৰি ঘৰে ঘৰে গাঁৱে গাঁৱে ফাগুনৰ বনৰীয়া জুইৰ দৰে বিয়পি পৰিল।

ৰাষ্ট্ৰীয় সম্মানেৰে কেনেদৰে মৃতদেহ দাহ কৰা হয়, এই বিস্তীৰ্ণ অঞ্চলৰ মানুহে জীৱনত কোনো দিন দেখা নাই। তাকে চাবৰ বাবে পীতাম্বৰ শইকীয়াৰ ঘৰৰ চাৰিওফালে লোকে লোকাৰণ্য হ'ল। নগৰৰ পৰা বহুত দূৰৰ, প্ৰায় শ্মশানৰ দৰে নিমজ, নিস্তব্ধ এই হাবিতলীয়া গাঁওখনত আৰু ওচৰৰ বহুত তেনে গাঁৱত এক অভূতপূৰ্ব প্ৰাণ চাঞ্চল্য দেখা দিলে।

ৰাজ্যৰ ৰাজধানীৰপৰা পুলিচৰ ৱায়াৰলেছেৰে বাতৰি আহিল, ৰাষ্ট্ৰীয় সম্মানেৰে মৃতদেহ শ্মশানত দাহৰ বাবে উচ্চ পদস্থ চিভিল আৰু পুলিচ বিষয়াৰ সৈতে পুলিচৰ দল এটা গাঁৱলৈ বুলি ৰাওনা হ'ব। পীতাম্বৰ শইকীয়াৰ ঘৰৰপৰাই মৌন শোভাযাত্ৰাৰে পুলিচৰ সাহায্যত তেওঁৰ নশ্বৰ দেহা শ্মশানলৈ নিয়া হ'ব।

স্বাধীনতা সংগ্ৰামৰ দেশখ্যাত অক্লান্ত যুঁজাৰু, তিনিবাৰকৈ কাৰাবাস কৰা আৰু স্বাধীনতাৰ হকে সৰ্বস্ব ত্যাগ কৰা পীতাম্বৰৰ মৃত্যুত সমগ্ৰ ৰাজ্যৰ লোক শোকাভিভূত হ'ল।

ইতিমধ্যে ওপৰৰ পৰা নিৰ্দেশ পাই ছমাইল দূৰৰ পুলিচ থানাৰ কেইবাজনো পুলিচ আগতীয়াকৈ পীতাম্বৰৰ ঘৰলৈ আহিল। শ্মশানলৈ গৈ তেওঁলোকে গাঁৱৰ মানুহৰ সাহায্যত দাহৰ যাৱতীয় ব্যৱস্থা কৰিলে। এমাইল দূৰৰপৰা বিজুলী তাঁৰ আনি পীতাম্বৰৰ ঘৰৰ চাৰিওফালে অতি

শক্তিশালী লাইটৰ ব্যৱস্থা কৰা হ'ল। লাইট জ্বলোৱাৰ ব্যৱস্থা কৰা হ'ল তেনেদৰে শ্মশানতো।

শ্মশানৰ চাৰিওফালৰ হাবি বন চাফা কৰি বিষয়া আৰু পুলিচ থিয় হোৱাৰ স্থান সমান কৰা হ'ল।

ৰাজধানীৰপৰা ৰাষ্ট্ৰীয় পথত আবেলি আগে আগে আহি আছে এখন মাখন ৰঙৰ নতুন মটৰ। তাত বহিছে দুজন উচ্চ-পদস্থ বিষয়া, পিছত এখন ষ্টেছনৱেগন, তাত আছে দুজন পুলিচ বিষয়া, এজন ফটোগ্ৰাফাৰ। শেষত পুলিচৰ এখন ট্ৰাক।

বিষয়া দুজনৰ জ্যেষ্ঠজনে এটা পাইপ হুপি আছে। নাম তেওঁৰ সুশান্ত চৌধুৰী। ইজনৰ নাম ভগীৰথ শইকীয়া।

বহুত সময়ৰ নীৰৱতা ভংগ কৰি পাইপ হুপি থকা সুশান্ত চৌধুৰীয়ে পাইপটো মুখৰ পৰা আনি ভগীৰথৰ ফালে টোঁৱাই সুধিলে, "এই পীতাম্বৰ শইকীয়াৰ নাম আপুনি কেতিয়াবা শুনিছেনে ?"

ভগীৰথ শইকীয়াই ইতিমধ্যে চকলেটৰ ডাঙৰ টেমা এটাৰপৰা তামোল উলিয়াই পাণ এখনত এলেপা চূণ সানি লৈছিল। ল'ৰা-ছোৱালীয়ে যি তৃপ্তি আৰু উৎসাহেৰে চকলেট আৰু আইছক্ৰিম খায় সেই একেই তৃপ্তি আৰু উৎসাহেৰে তেওঁ তামোল খায়। সুশান্তৰ প্ৰশ্ন শুনি তেওঁৰ হাঁহি উঠিল। ভালেমান সময়লৈকে তেওঁ হাঁহি ৰাখিব নোৱাৰিলে। কোনোবাই কিবা প্ৰশ্ন কৰিলে তেওঁ প্ৰথমতে তেনেকৈ হাঁহে, জোৰ কৰি ডাঙৰ শব্দ কৰি হাঁহে—মানে কিবা ক'বলৈ লোৱাৰ আগতে তেওঁ সদায় তেনেকৈয়ে হাঁহে—ভোজ-সবাহতে হওক, হাস্প-তালতে হওক, অথবা শ্মশানতে হওক।

"পীতাম্বৰ শইকীয়াৰ নাম এই মই প্ৰথম শুনিলো। তাকো আপোনাৰ মুখত। দুপৰীয়া অফিচৰপৰা ঘৰত ভাত খাবলৈ যাওঁতে ছোৱালীজনীয়ে ক'লে বোলে দুপৰীয়াৰ ৰেডিঅ' বাতৰি মতে এজন দেশ-প্ৰেমিক ঢুকাল। অফিচলৈ আহি খবৰ পালো মই আপোনাৰ লগত গাঁৱলৈ যাব লাগে। কওকচোন, জানে যদি এই পীতাম্বৰ শইকীয়াৰ কথা।"

উচ্চতৰ বিষয়াই মনৰ শান্তিৰে বাহিৰলৈ চাই পাইপ হুপি গৈছিল। তেওঁ ইজনৰ শেষৰ কথাখিনি শুনি প্ৰায় উচপ খালে। তেওঁ যে ইতিমধ্যে এটা প্ৰশ্ন কৰিছিল, সেই কথা এক প্ৰকাৰ পাহৰিয়ে গৈছিল।

"পীতাম্বৰ শইকীয়াৰ নাম বাতৰিকাকতত এবাৰ নে দুবাৰ পোৱা মনত পৰে। মিটিঙত লেকচাৰ দিয়াৰ বাতৰি বোধকৰোঁ। আগৰ যুগৰ পুৰণি মানুহ। তিনিবাৰকৈ হেনো জেললৈ গৈছিল। কিন্তু একালৰ ফ্ৰিডম ফাইটাৰ বুলিয়েই এইদৰে নেশ্যনেল অনাৰ দেখুওৱাটো আপুনি বৰ বেছি কৰা বুলি নাভাবেনে?"

প্ৰশ্নটো কৰিয়েই তেওঁ মুখত পাইপ লগাই গম্ভীৰ হৈ বাহিৰলৈ চালে, যেন প্ৰশ্নটো কৰাটোহে তেওঁৰ দায়িত্ব, উত্তৰ শুনাটো নহয়।

ভগীৰথৰ হাঁহি উঠিল। হাঁহিৰ শব্দই ড্ৰাইভাৰক পিছলৈ চাবলৈ বাধ্য কৰিলে। হাঁহিৰ কোবত মুখৰপৰা ওলাই পেণ্ট কামিজত পৰা তামোল-পাণৰ টুকুৰাবোৰ হাতেৰে গুচাই তেওঁ ক'লে, "আমিও হিষ্ট্ৰিৰ ছাত্ৰ আছিলো, বিশ্বাস কৰক। কিন্তু আমাৰ দেশৰ দৰে বিনা যুদ্ধে বিনা ৰক্তপাতে ইমান কম আয়াসতে স্বাধীনতা পোৱা দেশ দুনয়াতে সম্ভৱ এখনো নাই। দেশৰ বাবে এই পেট্ৰিয়টবোৰে সৰ্বস্ব ত্যাগ কৰাৰ কথা শুনিলে, বাস্তৱিকতে মোৰ বৰ হাঁহি উঠে।"

বাস্তৱিকতে তেওঁৰ হাঁহি উঠিলেই। হাঁহিৰ পৰিণামত তেওঁৰ সমস্ত মুখমণ্ডল ৰঙা পৰিল। হাঁহিয়ে পাছত কাহৰ ৰূপ ল'লে। তেওঁ হাতেৰে ডিঙিটো জোৰেৰে মোহাৰিবলৈ ধৰিলে।

সুশান্ত সতৰ্ক হ'ল। এক বিতৃষ্ণাৰ চাৱনিৰে তেওঁ ইজনলৈ চালে। পদ-মৰ্যাদাত সিজন তেওঁতকৈ নিম্নস্তৰৰ। ইয়াৰ পাছত তেওঁ আন প্ৰশ্ন নকৰি কেৱল বাহিৰলৈ চাই গ'ল। অজস্ৰ শুকান গছ, অৱস্থাহীন কিছুমান ঘৰ, বেৰ চাল নোহোৱা কিছুমান নামঘৰ, বৰষুাত গৰু সোমাব পৰা বহুতো পাঠশালা স্কুল অতিক্ৰমি মটৰ গৈ থাকিল। পিছে পিছে আহি থাকিল সমান দূৰত্বত ষ্টেছনৱেগন আৰু পুলিচৰ ট্ৰাক।

বহুত দূৰ যোৱাৰ পাছত, ট্ৰাংক ৰ'ডৰপৰা কিছু আঁতৰত অনুষ্ঠিত

এক উৎসৱৰ দৃশ্য চকুত আৰু তাৰ হুলস্থুল কাণত পৰিলহি। পাইপ হোপা বিষয়াই ড্ৰাইভাৰক মটৰ ৰখাবলৈ ক'লে। তাত কি হৈছে চাই আহিবৰ বাবে ড্ৰাইভাৰক তেওঁ নিৰ্দেশ দিলে।

তেওঁ পিছলৈ চালে। নিৰ্দিষ্ট দূৰত্বত পিছৰ গাড়ী দুখন ৰৈছে। ড্ৰাইভাৰে ক'লে হু, বসন্ত-আগমন উৎসৱ পতা হৈছে।

সুশান্তই পাইপটো ভগীৰথৰ মুখৰ ওচৰত কেইবাবাৰো ঘূৰাই ক'লে "এই জিলাৰ ডেপুটি কমিশ্যনাৰ হৈ থাকোঁতে এই বাৰ্ষিক উৎসৱ মই এবাৰ উদ্বোধন কৰিছিলো। বিভিন্ন সম্প্ৰদায়ৰ লোকে মিলিজুলি এই উৎসৱ পাতে।"

এইখিনি কথা কৈ তেওঁ পুনৰ মনৰ তৃপ্তৰে পাইপ হুপিবলৈ ধৰিলে। যেন খন্তেক আগতেই নহয়, বহুত সময় ধৰি তেওঁ একো কথা কোৱাই নাছিল।

কিছু সময় তেনেকৈ মৌন হৈ থকাৰ পাছত সুশান্তই ক'লে, "বলক অলপ ৰিলাক্সড হৈ আহো। ফাইল ফাইল ফাইল—ফাইল ঘাঁটাতে ঘাঁটোতে জীৱন একেবাৰে বৰবাদ হৈ গ'ল। ঘৰতো শান্তি নাই, হয় মিনিষ্টাৰ এম এল এৰ টেলিফোন, নহয় ঘৰলৈ বান্ধি অনা সেই ফাইল ফাইল ফাইল। ফেমেলি লাইফ বুলি একো বস্তুৱেই নোহোৱা হ'ল।"

এই বুলি তেওঁ ভগীৰথলৈ চাই ল'বাৰ দাৰে এটা হাঁহি মাৰিলে। এনে এখন শুকু গম্ভীৰ মুখত তেনে এক নিৰ্মল হাঁহি ওলাব পাৰে বুলি ভগীৰথে ভবা নাছিল। তাৰ উপৰি তেওঁ কোৱা কথাৰ সুৰৰ লগত সেই হাঁহিৰ সামান্যও মিল অথবা সম্পৰ্ক নাছিল।

সুশান্তই এইবাৰ ক'লে, "বলক, শ্মশানত সোমোৱাৰ আগতে অলপ উৎসৱকে চাই আহোঁ। অন দ্য আদাৰ হেণ্ড, নেশ্যনেল ইন্টিগ্ৰেশ্যনৰ ইয়াতকৈ ডাঙৰ উদাহৰণ আৰু ক'তো নেদেখিব। কেইটা সম্প্ৰদায়ৰ মানুহে ইয়াত জইন কৰিছে, আপুনি জানে?"

সুশান্ত জোৰেৰে দুৱাৰ খুলি ওলাই আহিল। লগে লগে সিখন দুৱাৰেদি ওলাই আহিল ভগীৰথ হাতত তামোলৰ টেমাটো লৈ।

সুশান্তই তেতিয়া ৰেলগাড়ীৰ পৰা নামি আহিবলৈ হাতেৰে নিৰ্দেশ দিলে।

ইতিমধ্যে পুলিচ বিষয়া দুজন নামি আহি সুশান্তৰ কাষত থিয় দিছিলহি। সুশান্তই হাতৰ ঘড়ীলৈ চাই ক'লে, 'আপোনালোকে কিছু সময় ৰৈ লওক। আমি উৎসৱ চাই আহোঁ।"

ৰাজআলিৰপৰা নামিযেই তেওঁলোকে পালে এটা সৰু খাল। অলপ অলপকৈ পানী বৈ আছে। বোকাও আছে। প্ৰথমতে জাপ মাৰিলে ফটোগ্ৰাফাৰে। তেওঁ সিপাৰৰপৰা সুশান্তৰ জাপ মৰা দৃশ্যৰ ফটো লবলৈ সভয় আৰু সযত্নেৰে সাজু হ'ল। সুশান্তই নলাটো ক'ৰ পৰা আৰম্ভ হৈছে ক'ত শেষ হৈছে জাপ নমৰাকৈ যাব পৰা যাব নেকি, ভালদৰে চাৰিওফালে চাই মেলি জাপ মাৰিলে। সিপাৰ পায়েই তেওঁ ভগীৰথলৈ হাত এখন আগবঢ়ালে।

জাপ মাৰিবলৈ লৈয়েই ভগীৰথৰ হাঁহি উঠিল। খন্তেকতে হাঁহি ডাঙৰ হ'ল। হাত মেলি থকা সুশান্তৰ মুখৰ পৰা আনে নুশুনাকৈ এই কেইটা শব্দ ওলাই আহিল: "অপদাৰ্থ। ভাগ্যত যে কেতিয়াবা কিছুমান মানুহ জোটে হি।"

"জাম্প, জাম্প," মুখত বিতৃষ্ণাৰ ভাৱেৰে সুশান্তই ক'লে।

ভগীৰথে জাপ মাৰিলে। জাপ মাৰিবলৈ ধ'ৰোঁতেই হাতৰ তামোলৰ টেমাটো বোকাত পৰি গ'ল। পাৰ পোৱাৰ আগতে তেওঁৰ সোঁ ভৰিটো অলপকৈ বোকাত লাগি ধৰিলে। সুশান্তই দুয়োখন হাতেৰে তেওঁক ধৰি পাৰলৈ লৈ গ'ল। ফটোগ্ৰাফাৰে ল'ৰাৰ দৰে জাপ মাৰি তামোলৰ টেমাটো বুটলি আনিলে।

ভগীৰথে ভৰিৰপৰা বোকা-পানী গুচাবলৈ লওঁতে সুশান্তই ক'লে, "নেশ্যনেল ইন্টিগ্ৰেশ্যনৰ দৰে ডাঙৰ কামত আহিছে যেতিয়া দেশৰ মাটি আৰু বোকাৰ কিছু দাগ গাত লাগিবই। ড'ণ্ট ৱৰি, কাম।"

উৎসৱ ডাঙৰকৈয়ে পতা হৈছে।

চাৰিওফালে প্ৰকৃতিৰ বিশাল শোভা। এখন সৰু নৈৰ পাৰত ৰাশি

ৰাশি গছ। গছৰ তলতে উৎসৱৰ আয়োজন। বসন্ত-আগমন উৎসৱ।

ৰঙৰ বাহাৰ চাৰিওফালে। ওচৰৰ চাহ বাগিচাৰ বনুৱা পুৰুষ-তিৰোতাৰ, আনকি বুঢ়া-বুঢ়ীৰো পোছাক বিচিত্ৰ ৰঙৰ। ছুটা জুমত বনুৱা ডেকাগাভৰুৱে মাদলৰ চেৱে চেৱে শাৰী পাতি নাচিছে, গীত গাইছে জাত জাত। অলপ আঁতৰত গাঁৱৰ তিৰোতাই জাত জাত বিয়া নাম গাইছে। ডেকা-গাভৰুৰ গালে-মুখে ফাকুৰ ৰং। শ শ পুৰুষ তিৰোতাই বহি সেই নৃত্য-গীত উপভোগ কৰিছে।

বাহিৰত চুৰট তামোল, পুতলা-খেলনা আদিৰ কেইবাখনো দোকান।

দক্ষিণত এখন মঞ্চ।

সুশান্ত আৰু ভগীৰথ ওচৰ চাপি আহিল।

তেওঁলোকক দেখি কেইবাজনো কৰ্মকৰ্তা আগুৱাই আহিল। এই জিলাৰে সিদিনালৈকে ডেপুটি কমিশ্যনাৰ হৈ থকা সুশান্ত চৌধুৰীক সকলোৱে চিনি পায়।

"ছাৰ, কি ভাগ্যৰ বলত আপোনাক ইয়াত দেখা পালোঁ।" এই বুলি অনুষ্ঠানৰ সভাপতিয়ে তেওঁলোকক নমস্কাৰ জনাই আদৰি নিলে। সুশান্তই ফটোগ্ৰাফাৰলৈ চালে। ক্লিক ক্লিক শব্দ হ'ল।

সুশান্তই ক'লে, "আমাৰ বেছি সময় নাই, ৰাষ্ট্ৰৰ কামত আহিছোঁ। আপোনালোকৰ সাম্প্ৰদায়িক সম্প্ৰীতি চাবৰ বাবেহে অলপ সময়ৰ বাবে আহিলোঁ। এইবাবেই হ'ল নেশ্যনেল ইন্টিগ্ৰেশ্যনৰ আচল কাম।"

"হয়, ছাৰ, আমি ইয়াত সকলো সম্প্ৰদায়ৰে লোক গোট খাইছোঁ। জাতীয় সমন্বয় অটুট ৰখাই আমাৰ মূল উদ্দেশ্য।"

তেওঁলোকক আথেবেথে নি মঞ্চত বহুৱা হ'ল। মঞ্চত বহি থকা কেইবাজনো মানুহক তেওঁলোকৰ লগত পৰিচয় কৰি দিয়া হ'ল।

ঘূৰণীয়া ওখ দীঘল গাকত আউজি সুশান্তই পাইপত নতুন ধপাত সুমুৱাই জুইশলাৰে জ্বলাই হুপিবলৈ ধৰিলে আৰু ভগীৰথে উলিয়াই ল'লে টেমাৰ তামোল।

তুজনী ছোৱালীয়ে তেওঁলোকৰ আগত আঠুঁকাটি চাহ আৰু তামোল আগবঢ়াই দিলে।

সুশান্ত আৰু ভগীৰথে আৰামেৰে নৃত্য-গীত কিছু সময় উপভোগ কৰাৰ পাছত ভগীৰথে ঘড়িলৈ চাই সুশান্তৰ মুখলৈ চালে। সুশান্ত থিয় হ'ল আৰু বিদায় ল'বৰ বাবে কৰ্মকৰ্তাসকলক নমস্কাৰ জনালে। অনুষ্ঠানৰ সভাপতিয়ে, যি কাঠৰ ব্যৱসায় কৰি অজস্ৰ ধনসম্পত্তি অৰ্জন কৰিছে আৰু যি সেই জিলাত মাত্ৰ সৌ সিদিনালৈকে ডেপুটি কমিশ্যনাৰ হৈ থকা কালত সুশান্তক গভীৰভাৱে চিনি পায়, তেওঁ সুশান্তৰ সোঁহাতত নিজৰ তুয়ো হাতেৰে ধৰি ক'লে, "ছাৰ, আমাৰ এই বছেৰেকীয়া উৎসৱত উপস্থিত থাকি কিবা অলপ জলপান গ্ৰহণ নকৰাকৈ যাবলৈ নিদিম। যাবলৈ দিলে সি ৰাষ্ট্ৰীয় সমন্বয়ৰ বিৰোধী কথা হ'ব।"

"কিন্তু আমি যে ৰাষ্ট্ৰীয় সম্মানেৰে এজন দেশপ্ৰেমিকক শ্মশানত দাহ কৰিবগৈ লাগে।"—সুশান্তই আশ্চৰ্য্য-দৃষ্টিৰে ভগীৰথলৈ চালে। ভগীৰথে ক'লে, "আমাৰ ইয়াত সোমোৱাটোৱেই ভুল হৈছে।" এই বুলি তেওঁ হাঁহিবলৈ ধৰিছিল কিন্তু সুশান্তৰ তীক্ষ্ণ দৃষ্টিলৈ লক্ষ্য কৰি তেওঁ জোৰেৰে হাঁহি দমালে।

সভাপতিয়ে কলে, "একো ভুল হোৱা নাই, ছাৰ। বলক।"

তেওঁ আৰু তুজনমানে সুশান্ত আৰু ভগীৰথক মঞ্চৰপৰা নমাই সভাপতিৰ ঘৰৰ ফালে আদৰি নিলে। অলপ গৈয়ে সুশান্তই ক'লে, "কিন্তু আমি দায়িত্ব পালন কৰিবলৈ আহিছোঁ। উই হেভ গট টু বি ৰেছপনছিবল।"

"হ'ব, হ'ব, ছাৰ, বলক। জীৱনটোততো আমি বৰ বেছি কি পালো? শ্মশানত হাজিৰ হোৱা, হাস্পতাললৈ যোৱা, ঘৰৰ বেমাৰীৰ বাবে দৰব কিনা—ইয়াৰ বাহিৰে জীৱনত আমি একো নাপামেই নেকি?"

সভাপতিৰ কথাত ভগীৰথৰ প্ৰচণ্ড হাঁহি উঠিল।

অলপ দূৰ গৈয়েই তেওঁলোকে সভাপতিৰ ঘৰ পালে। সন্ধিয়া হৈ আহিছিল।

জলপানৰ ব্যৱস্থা বৰ ভালদৰেই কৰা হৈছে। লুচি, আলুৰ দম, পায়স কেইবাবিধা মিঠাই, চাহ। সুশান্তই একো নুচুলেই প্ৰায়, পুৰণি চিনাকি সভাপতিয়ে বেয়া পাই বুলি এটা মিঠাইৰ আধামান মুখত ভৰাই চাহ কাপ হাতত ললে।

সভাপতিয়ে সুশান্তৰ ওচৰলৈ আহি ক'লে "মোৰ ষ্টক কিন্তু ৰেডি আছে ছাৰ, আপুনি কুইকলি অলপমান—।"

সুশান্তই তেওঁক কাণৰ ওচৰলৈ অহা দেখিয়েই তেওঁ কি ক'ব খুজিছে, তৎক্ষণাতে ধৰি ল'লে। ডেপুটি কমিশ্যনাৰ হৈ থাকোঁতেও তেওঁ তেনেদৰে কথা কৈছিল।

"ডেট্‌ছ ইম্পছিব'ল, ইম্পছিব'ল। আমি ৰাষ্ট্ৰৰ দায়িত্বত আহিছোঁ।" সুশান্ত থিয় হ'ল।

সভাপতিয়ে জানে, সুশান্তই প্ৰথমতে ঠিক এনেদৰেই কথা কয়। "ৰাষ্ট্ৰৰ দায়িত্বত আহিছে বুলি জানো। কিন্তু সময়ৰতো আধা ঘণ্টা এঘণ্টাৰ ইফাল সিফাল হ'ব পাৰে। আহক ছাৰ, চব ৰেডি আছে।"

"নউ নউ, এবস্‌লুট'লি ইম্পছিবল। কি কথা কয় হে আপুনি' মানুহে শুনিলে কি ভাবিব?'

ভগীৰথে থিয় হৈ সুশান্তৰ মুখলৈ চালে। তেওঁ লক্ষ্য কৰিলে, সেই টান শব্দকেইটা জোৰ দি উচ্চাৰণ কৰিছে যদিও, সুশান্তৰ মুখত পৰু ল'ৰাই মৰা এক হাহি বিৰিঙিছে। মটৰৰপৰা নামিবৰ সময়ত তেওঁৰ মুখত তেনে এক হাঁহি দেখা গৈছিল।

"ঘটনাটো কি?" ভগীৰথে সুধিলে।

"ঘটনা আৰু কি হ'ব। এটা কুইক ড্ৰিংকৰ কথা কৈছে।"

ভগীৰথৰ হাঁহি উঠিল। ডাঙৰকৈয়ে উঠিল। হাতৰ ঘড়ীলৈ চাই তেওঁ সুশান্তৰ মুখলৈ কৌতূহলেৰে চালে।

'ছাৰ, আহক।" সভাপতিয়ে ক'লে।

'কি কৰে?' সুশান্তই ভগীৰথক সুধিলে।

"ইমানকৈ যাচিছে যেতিয়া, বলক। থিয়ৈ থিয়ৈ অলপ ধৰি আমি যাবই লাগিল।"

তেওঁলোক কাষৰ কোঠাত সোমাল।

মেজত থোৱা হ'ল দুটা বটল -এটা হুইস্কিৰ, ইটো ব্ৰাণ্ডিৰ। প্লেটত ভজা মাছ, ভজা আলু, ডালমুট।

অকণো নবৈ ভগীৰথেই বটলৰপৰা হুইস্কি গিলাছত বাকিলে। "মোৰ বেগতো এটা আছিল।" —তেওঁ ওঠ চেলেকি ক'লে।

সুশান্তই ক'লে 'গুড ফুড, গুড বুক, গুড ড্ৰিংক—কি কয়, শইকীয়া?" তেওঁ বাৰে বাৰে ঘড়িলৈ চালে।

চিয়েৰ্ছ, চিয়েৰ্ছ।

ভগীৰথ ক'লে, "কিন্তু গুড ৱাইফ এইটো কিন্তু ডাউটফুল।"

"কেনেকৈ?" —সুশান্তই অলপ মুখত বাকি ভগীৰথৰ ফালে চকু দুটা মেলি ধৰিলে।

"এই ধৰক মোৰ পৰিবাৰৰ কথা। বাহিৰত ড্ৰিংক কৰাত আপত্তি নাই, কিন্তু ঘৰত কৰিলে একেবাৰে কালীমূৰ্তি। ল'ৰা-ছোৱালীবোৰ বেয়া হব। এদিন বটল এটা আনি থৈছিলোঁহিহে, দিলে দলিয়াই বাহিৰলৈ। মই কলোঁ, দলিয়ালা, দলিয়ালা, কিন্তু কৰ্কটো বন্ধ কৰিওতো দলিযাব পাৰিলাহঁতেন।"

"আমাৰ মাইকী মানুহকিজনীয়ে আকৌ গুড ড্ৰিংক দেখা নাই নহয, মদ মুখত দিলেই তেওঁলোকে মানুহ নৰ্দমাত সোমাইগৈ বুলি ভাবে। আৰু ল'ৰা-ছোৱালী? সিহঁত জিনিয়াছ হলে কোনোবাই ধ্বংস কৰিব পাৰে?"

ভগীৰথৰ হাঁহি উঠিল। সুশান্তই ঘড়িলৈ চাই ক'লে, "কুইক, কুইক, উই হেভ, গট টু বি ৰেছপনছিবল। উই আৰ অন ষ্টেট ডিউটি।"

**ধীৰে ধীৰে সময় অতিবাহিত হয়। উৎসৱৰ বাদ্য-গীতৰ ধ্বনি অলপ অলপকৈ কাণত পৰেহি। বটলত পানীয়ৰ পৰিমাণ কমি আহে।**

সুশান্তই ঘড়িলৈ চাবলৈ পাহৰে। মুখখন তেওঁৰ ৰঙা পৰে।

ভগীৰথে ক'লে, 'আমাৰ পলম হলে গাঁৱৰ মানুহে বা কি কৰে। আমি পোৱাৰ আগতে যদি সেই কামটো কৰি পেলায়। আজিকালি গাঁৱৰ মানুহৰ একো ঠিক নোহোৱা হৈছে।"

"হোৱাট।' সুশান্তৰ চিঞৰত ভগীৰথে উচপ খালে। "নেশ্য-নেল অনাৰ অৱজ্ঞা কৰাৰ সাহস আছে গাঁৱৰ মানুহকেইটাৰ। আমি নোযোৱালৈকে সিহঁত বহি থাকিব। আমি নোপোৱালৈকে সি—হঁ ত।"

সুশান্তৰ চকু লাহে লাহে মুদ খাই আহিল। কষ্ট কৰি তেওঁ কাষৰ চোফাখনত দীঘল দি শুলেগৈ। ভগীৰথেও বহি থকা চকীতে হাউলি দিলে।

ইফালে, ৰাতিপুৱাই মৃত্যু হোৱা পীতাম্বৰ শইকীয়াৰ মৃতদেহ ঘৰৰ ভিতৰত সজাই অজস্ৰ মানুহে ৰাষ্ট্ৰীয় সম্মান প্ৰদৰ্শনৰ বাবে সুদীৰ্ঘ অপেক্ষাত থাকিল।

ঘৰৰ ভিতৰত, চোতালত বাৰাণ্ডাত, বাৰীত, আলিত—চাৰিওফালে কেৱল মানুহ। মানুহ আহিছে, চাৰিওফালে মানুহ ঘূৰি ফুৰিছে। এটা দল গৈ—ডেকা ল'ৰা ছোৱালীৰ সংখ্যাই বেছি—ৰাজ আলি পাযগৈ, চকু মেলি মূৰ তুলি সিহঁতে পুলিচৰ গাড়ী আহিব বুলি ৰৈ থাকে। সিহঁত ঘূৰি আহে, পুলিচৰ গাড়ী অহা নাই বুলি ঘোষণা কৰেহি। আকৌ সিহঁত ৰাজ আলিলৈ যায়।

ইফালে শ্মশানত বহি থাকে, থিয় হৈ থাকে বহুত মানুহ। খৰি ধূপ ধুণাকে আদি কৰি প্ৰয়োজনীয় বস্তু সাজু কৰি ৰখা হৈছে।

পুলিচ থানাৰপৰা বাতৰি আহে, বিষয়া আৰু পুলিচৰ দলে আবেলিতে কেতিয়াবাই ৰাজধানী এৰিছে। যি কোনো মুহূৰ্ততে পাবহি পাৰে।

আবেলি অতিক্ৰমি সন্ধিয়া হ'ল, সন্ধিয়া অতিক্ৰমি গধূলি। ঘৰৰ আগৰ আঁহত গছৰ ডালত গই চৰাইৰ কাজিয়া লাগিল।

পিতাম্বৰৰ মৃত্যুৰ শোক লাহে লাহে পাতলিল। তেওঁৰ গুণ-গৰিমা কৈ কৈ মানুহ ক্লান্ত হ'ল। আন বোলেগ কথা ওলাল। সময় কটাবলৈ মানুহে সাধু কথা প্ৰবচন, কিম্বদন্তী, গাঁৱৰ মাজৰ সকলোৱে জনা অথচ গোপন কেলেংকাৰীৰ কথা, খবৰ কাগজত প্ৰকাশিত চাঞ্চল্যকৰ বাতৰি আদিৰ আশ্ৰয় ল'লে। পীতাম্বৰৰ দুই চাৰিটা দোষৰ কথাও দুই এজনে কবলৈ নাপাহৰিলে।

শ্মশানত সদায় মৃতজনৰ কথাৰ বাহিৰে আন কথাই ঠাই পায়। সন্ধিয়াৰ পাছত সেইদিনা তাত থকা মানুহে কিছুমান ভয়াবহ, অবিশ্বাস্য আৰু লগতে হাস্যৰসৰ কথা পাতিবলৈ ল'লে। এদিন ৰাতি এজনে ভোজ খাই আহি জোনৰ পোহৰত দেখিলে, সেই গছজোপাতে আত্ম-হত্যা কৰিবলৈ ডেকাটোৱে ৰচি এডাল বান্ধিছে। মানুহজনে ক'লে, হেৰ বোপাই, আজিলৈ অন্ততঃ এই কামটো নকৰিবি, গাঁৱৰ মানুহে মোক জগৰীয়া কৰিব। এজনে ক'লে, আমাৰ পিতাইৰ কি সাহস আছিল। ৰাতি হেৰোৱা গৰু বিচাৰি আহি তেওঁ এই হাবিতে লগ পালে বাঘটো। বাঘটো পিতাইৰ ফালে আহি আছে, পিতায়ৈও এখোজো লৰচৰ কৰা নাই। দিলে পিতায়ে মন্ত্ৰফাকি উচ্চাৰণ কৰি, য'ৰ বাঘ ত'তে একেবাৰে ভেড়া হৈ গ'ল। এজনে ক'লে, ককাৰ মুখত শুনা কথা। সৌখিনিতে ভীমে দুঃশাসনক বধ কৰিছিল। নামঘৰৰ ভাওনাত পূৰ্ব-শত্ৰু মনে জানি মাৰিলে ভীমে গদাৰে দুঃশাসনক, দুঃশাসন পলাই আহি হাবি পালেহি, তাতে ভীমে তাক বধ কৰি চিধা পুলিচ থানা পালেগৈ।

ৰাতি বেছি হ'ল।

ল'ৰা-ছোৱালীবোৰৰ প্ৰায়ে ঘৰে ঘৰে গৈ শুলেগৈ। তিৰোতাসকলো গ'ল। কিছুমান মানুহ ভাত খাবলৈ গৈ ঘূৰি নাহিল। শ্মশানত থাকিল মাত্ৰ আগৰ চাৰিভাগৰ এভাগ মানুহ।

ৰাতি বাৰ বাজিল।

পীতাম্বৰৰ গাঁৱৰ মুখিয়াল লোক আৰু দূৰৰপৰা অহা মুক্তি

যুঁৱাকসকল ধীৰে ধীৰে কোনেও কাকো আহ্বান নকৰাকৈ ঘৰৰ চোতালত সমবেত হ'ল। তেওঁলোকৰ চকুৱে-মুখে শংকা, ক্ৰোধ আৰু উদ্বিগ্নতাৰ চিন স্পষ্ট। এজনে ক'লে "বাৰ বজাৰ পাছত আৰু আমি এক ছেকেণ্ডো ৰব নোৱাৰোঁ। মৰাশ এটা এনেদৰে বাহি কৰি থব নোৱাৰি।"

'কিন্তু তেওঁলোক কিজানি পাযহি।" —এজনে ক'লে।

"তেওঁলোক পাবহি বুলিয়েই আমি মৰাশ বাহি কৰিম নেকি? কোন শাস্ত্ৰত আছে।"

"তথাপিও চৰকাৰৰ এটা নিৰ্দেশ।"

"নিৰ্দেশ কি হে? কিহৰ নিৰ্দেশ? তেওঁলোকৰ কথাতে গোটেই দিনটো—গোটেই ৰাতিটো বুলিব পাৰি—আমি বাট চালো। আমাৰোতো এক দায়িত্ব আছে। কোৱা, নাই বুলি? মৰাশ সংকাৰ নকৰি তুমি কি দায়িত্ব পালন কৰি দেখুৱাব খুজিছা?"

খন্তেক সকলো মৌন। ইজনে সিজনৰ মুখলৈ চালে। বয়সস্থ এজনে থিয় হৈ মটৰৰ লাইট দেখি নেকি চাবলৈ আৰু মটৰৰ শব্দ শুনে নকি, শুনিবলৈ ইফালে সিফালে চালে। এটা বাদুলি পাখিৰে শব্দ কৰি মৰৰ ওপৰেদি উৰি গ'ল।

"তেনেহলে উঠা, ধৰা।"

পীতাম্বৰ শইকীয়াৰ ক্ষীণ দুৰ্বল শৰীৰ জুয়ে দাহ কৰি প্ৰায় শেষ কৰিছিল। ঘিউ ঢলা আৰু ধুণাগুৰি ছটিউৱাৰ সময় হৈছিল।

হঠাৎ মটৰৰ শব্দ হ'ল। লাইটৰ পোহৰ পৰিল চাৰিওফালে।

পুলিচবোৰে দৌৰি আহি চিতাৰ কিছু আঁতৰত শাৰী পাতি বন্দুক ওলোটাকৈ মাটিত নমাই তললৈ মূৰ কৰি থিয় দিলেহি। সুশান্ত, ভগীৰথ আৰু পুলিচ বিষয়া দুজনেও দৌৰি অহাৰ দৰে আহি শাৰীত থিয় হৈ তললৈ মূৰ কৰিলে। কেৱল ভগীৰথৰ হাঁহি উঠে বুলি সুশান্তই তেওঁলৈ এবাৰ ভয়ংকৰ দৃষ্টিৰে চাই লৈছিল।

চিতাৰ কাষত যি সামান্য কেইজন লোক থিয় দি আছিল, তেওঁলোক

বজ্ৰাহত লোকৰ দৰে য'তে আছিল ত'তে থিয় দি থাকি অবাক দৃষ্টিৰে পুলিচবোৰৰ ফালে চাই থাকিল।

শেষ ৰাতি এই অৰণ্যৰ মাজত, অস্তমিত হ'বলৈ ধৰা চিতাৰ জুইৰ আৰু অস্থায়ী বিজুলী চাকিৰ পোহৰত সেই সমস্ত দৃশ্যটোৱেই হৈ পৰিছিল কোনো এক উদ্ভট নাটকৰ অভিনয়ৰ দৰে।

একমাত্ৰ ফটোগ্ৰাফাৰ জনেই যেন জীৱন্ত প্ৰাণীৰ দৰে এঠাইত থিয় দি সেই উদ্ভট দৃশ্যৰ বাৰে বাৰে ছবি লৈছিল।

# যাত্ৰা

পানীসোঁতা একা-বেকা গতিৰে নৰাৰ মাজেৰে নাচি নাচি বৈ গৈছিল। প্ৰায় মৰহি যাবলৈ ধৰা নৰাবোৰ পানীৰ জিপ পাই চেপেটা খাই থকাৰ পৰা অলপ ঠন ধৰি উঠিছিল।

এটা ল'ৰাই পানীসোঁতা বৈ যোৱা চাই চাই তাৰ গতিৰ লগে লগে নিজেও নাচি নাচি গৈ আছিল। পানীৰ গতিৰ লগে লগে জপিয়াই জপিয়াই অহা মাছৰ খেলাও সি চাই আহিছিল।

ল'ৰাটোৰ নাম যদুমণি। ন দহ বছৰ বয়স।

অদূৰত গাঁৱৰ মানুহে বৰপুখুৰীৰ পানী সিঁচাৰ শব্দ।

পুহৰ শেষৰ দিন। যদুমণিয়ে পিন্ধিছিল এখন গামোচা। মুদা গাত মেৰিযাই লৈছিল সি এখন খনীয়া।

পানীসোঁতাৰ পৰা উফৰি পৰিছিল কণী লগা এটা পুঠিমাছ। মৰহা নৰাৰ মাজৰপৰা মাছটো ধৰি আনন্দেৰে যদুমণিয়ে চকুৰ আগলৈ আনি ভালদৰে চাইছিল। নৰাৰ ওপৰতে আঠুকাঢ়ি সেইদৰে মাছটো চাই থাকোঁতেই তাৰ চকুৰ দৃষ্টি বহল হৈ পৰিলগৈ পথাৰৰ সিপাৰৰ দূৰৰ আলিৰ এক দৃশ্যত।

পুঠিমাছটো ধৰি থকা যদুমণিৰ হাতৰ মুঠি শিথিল হ'ল। মাছ চাই আনন্দিত দুটা চকু হঠাতে ভয় বিহ্বলতাত বহল হ'ল। থিয় হৈ সি আকৌ এবাৰ সেই দৃশ্যৰ ফালে চালে আৰু পিছ মুহূৰ্ততে সিঁচি থকা পুখুৰীৰ ফালে দৌৰিবলৈ ধৰিলে। বাণবিদ্ধ কোনো ভাওৰ চৰাইৰ দৰে সি খনিয়াখন দুয়ো হাতেৰে মেলি ধৰি "আহিছে আহিছে" বুলি দুটামান চিঞৰ মাৰি পুখুৰী সিঁচি থকা মানুহবোৰক দুয়োখন হাতেৰে তাৰ পৰা আঁতৰি যাবলৈ ইংগিত দিলে।

যদুমণিৰ ইঙ্গিত পুখুৰী সিঁচি থকা মানুহবোৰে তৎক্ষণাতে বুজি পালে। লগে লগে, চকুৰ পচাৰতে বুলি ক'ব পাৰি, মানুহবোৰ, বুঢ়া আদহীয়া, ল'ৰা-ছোৱালী আটাইবোৰ তাৰ পৰা আঁতৰি গ'ল। পানী সিঁচা লেহেতি লাহনী আৰু মাছ নিবলৈ অনা খালৈ খৰাহি য তে ত'তে পৰি থাকিল।

শেষ ৰাতিৰপৰা আৰম্ভ হোৱা হুলস্থুল কোলাহল কোনো যাদুৰ প্ৰভাৱত যেন হঠাতে লোপ পালে। বহুত মানুহে এক ৰাজহুৱা উৎসৱৰ দৰে সুদীৰ্ঘ আয়োজনেৰে সমস্ত পৰিবেশটো যে প্ৰাণৱন্ত কৰি ৰাখিছিল, তাৰ প্ৰমাণ নাইকিয়া হৈ পৰিল। বহুদিন যেন এই পুখুৰীৰ পাৰলৈ কোনো মানুহ অহা নাছিল ঃ এই লেহেতি, লাহনী, এই খালৈ, খৰাহি যেন বহুদিন ধৰি এনেকৈয়ে তাত পৰি আছে।

মানুহবোৰ গৈ, উধাতু খাই গৈ, নিজৰ নিজৰ ঘৰৰ দুৱাৰ বন্ধ কৰি সোমাই থাকিলগৈ।

পুখুৰীৰ পাৰৰ নামঘৰৰ উত্তৰ ফালে যদুমণিৰ মোমায়েকৰ ঘৰ। সাত মাইল দূৰৰ সি নিজৰ ঘৰৰপৰা আহিছিল এই গাৱঁত হোৱা ৰাসৰ ভাওনাত শিশু কৃষ্ণৰ ভাও ল'বৰ বাবে। মাঘ বিহুৰ ভোজ খাই পিছ দিনাই সি ঘৰলৈ উভতি যোৱাৰ কথা।

এঘণ্টামানৰ পিছত প্ৰথমতে যদুমণিয়েই ঘৰৰ পৰা ওলাই আহি লাহে লাহে পুখুৰীৰ পাৰত থিয় হ'লহি। ইতিমধ্যে বাঁহৰ ওপৰলৈ বেলি উঠিছে। ৰ'দৰ পোহৰত চকুৰ ওপৰত হাত থৈ সি পথাৰৰ সিপাৰলৈ চালে, চালে ইফালে সিফালে চাৰিওফালে।

নাই, সিহঁত এইফালে নাহিল।

ইতিমধ্যে দুই-চাৰি ঘৰৰপৰা মানুহ ওলাই পদূলি পাইছিলহি। যদুমণিয়ে হাতবাউল দি সিহঁতক মাতিলে।

লাগে লাগে বহুত মানুহ ওলাই আহিল। পুখুৰী সিঁচা কাম পুনৰ আৰম্ভ হ'ল।

মাঘ বিহুৰ উৰুকাৰ দিনা ৰাতি পুখুৰীৰ মাজেৰে, সমগ্ৰ গাৱঁৰ মানুহে

ভোজ খাব। নামঘৰৰ কাষৰ পথাৰত দীঘল দীঘল কলপাতৰ চালি দিয়া হৈছে। কিছু আঁতৰে আঁতৰে চাৰিটা কাঠৰ ডাওৰ মেজি থিয় হৈ আছে। শেহ ৰাতি মেজি জ্বলোৱা হ'ব।

পানী সিঁচা আৰু পুখুৰীৰ পাৰত ইফালে সিফালে থিয় দি থকা মানুহৰ আগৰ উদ্যম আৰু নাই। সমগ্ৰ পৰিস্থিতিৰ সম্পূৰ্ণ পৰিবৰ্তন ঘটিল। আগৰ কোলাহল নাইকিয়া হ'ল। কিবা এক আতঙ্কই যেন আটাইবোৰ মানুহৰ মন গ্ৰাস কৰিলে। পুখুৰীৰ পাৰৰ বাঁহগছৰ কেৰেক কোৰেক শব্দ এইবাৰ স্পষ্ট শুনিবলৈ পোৱা গ'ল। লোহেতি আৰু লাহনীৰে পানী সিঁচা মানুহবোৰে যন্ত্ৰ পৰিচালিত ভাৱে যেন নিজৰ কাম কৰি গ'ল। পৰম্পৰাগতভাৱে গাৱঁৰ পুখুৰী সিঁচি থাকোতে মানুহৰ মুখত অজস্ৰ গোপনীয় অথচ সকলোৱে ব্যক্তিগতভাৱে জনা কাহিনী প্ৰকাশ পায়ঃ সাধুকথা প্ৰবচন কিম্বদন্তী সাথৰ মুখে মুখে ওলায়। সেই সুযোগ লৈ বহুতে নিজৰ পৰিয়ালৰ গুণগৰিমা কীৰ্ত্তন কৰে। বাঘ আৰু ভূতৰ কথাকে বেছিকৈ ওলায়। এতিয়া সকলো নিস্তব্ধ। কিবা এক আতঙ্কই, অথবা কোনোবাই যাদু কৰি যেন মানুহবোৰক বোবা কৰি থৈ গ'লহি।

পুখুৰীৰ পানী কমি আহিছিল বেগেৰে। পানীৰ ওপৰলৈ মাছবোৰ উঠি আহিছিল। বেলি বাঁহৰ বহুত ওপৰলৈ উঠিছিল। এজন বয়সস্থ লোকে মানুহবোৰৰ, বিশেষকৈ কম বয়সৰ বোৰৰ মনৰ আতঙ্ক ভাব কিছু পৰিমাণে লাঘৱ কৰিবৰ বাবেই হবপায় বাঘৰ কথা উলিযাইছিল।
আমাৰ দদাইটিৰ কি যে দুৰ্দান্ত সাহস আছিল। বাঘটোৱে তিনিটা নে চাৰিটা জাপত নৈখন পাৰ হৈ সিপাৰ পালেগৈ। দদাইটিয়েও বন্দুকটো এহাতেৰে ধৰি চাৰিটামান জাপতে নৈখন পাৰ হৈ সিপাৰ পালেগৈ। এইবাৰ বাঘ যাব ক'ত? দদাইটিয়ে ।

দদাইটিয়ে —এই শব্দটো উচ্চাৰণ কৰিয়েই 'আ' শব্দ কৰি তেওঁৰ মুখ বহলকৈ মেল খালে, চকু হ'ল থৰ। সিহঁত আহিল।

সিহঁত দহোটা আহিল।

যিফালৰ পৰা সিহঁত অহাৰ একেবাৰেই সম্ভাৱনা নাছিল, সেইফালৰ পৰাই সিহঁত আহিল। ঢুকোপা বাঁহৰ মাজেৰে, বেত গছৰ কাষেদি, কচুৱনিৰ মাজেৰে সিহঁত আহিল।

হঠাৎ যেন বাঁহ গছ, বেত গছ আৰু কচুৱনিৰ অঙ্কিত দৃশ্য অতিক্ৰমি দহটা বন্দুকধাৰী পুলিচ মঞ্চলৈ লাহে লাহে উঠি আহিল।

বাঁহ গছ, বেত গছ, কচুৱনিয়ে স্তব্ধ হৈ যেন চাই থাকিল সিহঁতৰ সেই আকস্মিক প্ৰবেশ।

পাঁচ মাইল দূৰৰ থানাৰ দাৰোগাৰ নেতৃত্বত অহা দহটা পুলিচ। সিহঁত লাহে লাহে আহি পুখুৰীৰ পাৰ পালেহি। সিহঁতৰ দৃষ্টিত, সিহঁতৰ খোজ দিয়াৰ ভঙ্গীত এনে এক ভাব যেন বহুত দূৰলৈ যাবলৈ আহিছিল সিহঁত, হঠাতে গাৱঁৰ মানুহে পুখুৰী সিঁচা দেখি থন্তেক ৰৈ সেই দৃশ্য চাই যাব খুজিছে। এই ঠাইত এটা পুখুৰী আছে বুলি, গাৱঁৰ মানুহে পুখুৰীৰ পানী সিঁচিছে বুলি সিহঁতে যেন একেবাৰে নেজানে।

কিছু সময় পুখুৰীৰ পানীত কমাই থকা মাছবোৰলৈ চাই থাকি হঠাতে এবাৰ দাৰোগাই চকু তুলি হেমধৰলৈ চালে। হেমধৰে তেতিয়া লেহেতিৰে পানী সিচি আছিল। হেমধৰে পুলিচ আহিছে বুলি জানে, কিন্তু সেই কথালৈ সি সম্পূৰ্ণভাৱে আওকাণ কৰি মনৰ শঙ্কা জোৰেৰে দমাই লেহেতিৰ জৰিত দুযো হাতেৰে ধৰি পানী সিঁচি আছিল।

দাৰোগাই দুটামান পুলিচক চকুৰে এটা ইঙ্গিত দিলে। লাহে লাহে দাৰোগা আৰু চাৰিটা বন্দুকধাৰী পুলিচ গৈ হেমধৰৰ ওচৰত থিয় হ'ল। কিছু সময় সিহঁতে হেমধৰৰ পানী সিঁচা দৃশ্য চাই থাকিল, এনে ভাৱে চাই থাকিল যেন পানী সিঁচি থকা এটা ডেকাৰ শৰীৰৰ লয়লাস চাই সিহঁত মুগ্ধ হৈছে।

ইতিমধ্যে পুখুৰীৰ পাৰত ইফালে সিফালে থিয় হৈ থকা মানুহবোৰৰ, বুঢ়া আদহীয়া ডেকা ল'ৰা-ছোৱালীবোৰৰ প্ৰায় বেছিভাগেই কোনো শব্দ নকৰাকৈ, কাৰোবাৰ এক অমোঘ আকৰ্ষণত যেন এটা এটাকৈ তাৰ

পৰা অন্তৰ্দ্ধান হ'ল। যি দুই-চাৰিটা থাকিল, সিহঁতে নিজৰ ভয়-বিহ্বল চকুবোৰ হেমধৰৰ আৰু পুলিচকেইটাৰ ওপৰত মেলি ধৰিলে।

দাৰোগাই চকুৰ পচাৰতে হেমধৰৰ স্নদা পিঠিত বেতেৰে এটা মাৰ বহুৱাই দিলে। হেমধৰ হঠাৎ পৰি যাব খুজিছিল, কিন্তু পিছ মুহূৰ্ত্ততে সি তলৰ ওঁঠটো কামুৰি নিজক চম্ভালি ল'লে আৰু বুকু ফিন্দাই পানী সিঁচিবলৈ ধৰিলে। লেহেতিৰ সিটো মূৰৰ ৰছি ধৰি থকা ডেকাটোৱে হেমধৰ পৰি যাবলৈ ধৰা দেখি তাৰ পৰা দৌৰ মাৰি আঁতৰ হোৱাৰ কথা ভাবিছিল, কিন্তু হেমধৰৰ চকুৰ কঠোৰ ইঙ্গিতত সি পুনৰ পানী সিঁচিবলৈ ধৰিলে।

বন্দুকধাৰী পুলিচ কেইটা হেমধৰৰ কাষ চাপি আহিল। তাৰে দুটাই বন্দুকৰ নলা টোৱাই তাৰ একেবাৰে কাষপালেগৈ আৰু লগে লগে দৰোগাই তাৰ দুয়োখন হাততে ওপৰাউপৰিকৈ কেবাবাৰো প্ৰহাৰ কৰিলে। হেমধৰৰ হাতৰ মুঠিৰপৰা লেহেতিৰ জৰি এৰাই গ'ল।

এইবাৰ পাঁচটা বন্দুকধাৰী পুলিচে অতি কাষৰপৰা হেমধৰক বেৰি ধৰিলে। তাৰ মূৰৰ ওপৰলৈ বেতডাল তুলি দাৰোগাই ভয়ঙ্কৰ মাতেৰে সুধিলে, "বংশীধৰ গোপাল তুলসী আৰু সিহঁতৰ লগৰ কেইটা ক'ত লুকাই আছে?"

হেমধৰ নিৰুত্তৰ। সি স্থিৰ মূৰ্তিৰ দৰে শৰীৰৰ একো অঙ্গ লৰচৰ নকৰাকৈ মূৰ তুলি দূৰৰ আঁহত গছজোপাৰ ওপৰলৈ চাই আছে। বেতৰ প্ৰহাৰত তাৰ শৰীৰ জৰ্জ্জৰিত যদিও তাৰ সামান্য প্ৰকাশো মুখ-মণ্ডলত দেখা নগ'ল।

"নকৱ?"

হেমধৰ নিৰুত্তৰ।

"নকলে ঘৰলৈ আৰু ঘূৰি আহিবলৈ নেপাৱ।"

হেমধৰ নিৰ্ব্বাক হৈ থাকিল।

ইফালে সিফালে বিক্ষিপ্ত হৈ থকা মানুহবোৰলৈ মূৰটো ঘূৰাই ঘূৰাই কেবাবাৰো চাই দাৰোগাই হেমধৰৰ দুটা বাউসিত ইটোৰ পিচত

সিটোকৈ কেবাটাও মাৰ বছুৱাই এটা পুলিচক হাতেৰে তাক হাতকেৰেয়া লগাবলৈ নিৰ্দেশ দিলে।

হাতকেৰেয়া লগায়েই এটা পুলিচে তাক টানি নিয়াৰ দৰে লৈ গ'ল। পিছত বন্দুক টোৱাই গ'ল চাৰিটা পুলিচ।

বন্দুকধাৰী পুলিচৰ নিজস্ব স্বভাৱ এইবাৰ প্ৰকাশ পালে। বুট জোতাৰ শব্দ কৰি চাৰিওফালে বন্দুক টোৱাই বাকী ছটা পুলিচে কোনো এক উদ্ভট নাটকত অভিনয় কৰাৰ দৰে পুখুৰীৰ পাৰতে কিছু সময় লম্ফজম্ফ কৰি থাকিল। বেতডাল মূৰৰ ওপৰত কেবাবাৰো ঘূৰাই বাও ভৰিটো বহুত ওপৰলৈ দাঙি দাৰোগাই মাটিত কেবাটাও গোৰ মাৰিলে, এবাৰ তলৰ গোটেই ওঁঠটো মুখৰ ভিতৰলৈ ভৰাই নিলে, ভয়ঙ্কৰ ক্ৰোধ আৰু ঘৃণাৰ ভাৱত চকু দুটা পকালে কেবাবাৰো, ককালৰ পেটিডাল এবাৰ সি খুলি পেলাব খুজিলে। বেতডাল কাষলতিৰ তলত ভৰাই দুয়োখন হাত কঁপাই কঁপাই লগ লগাই মানুহবোৰৰ মূৰবোৰ ভঙাৰ দাৰোগাই তুবাৰমান ইঙ্গিত দিলে। "ৰাতি ৰাতি আমি বোৰ আহি আছো, ভোজৰ ভাত মুখেদি বাহিৰ কৰিম"—এই বুলি দুটা জাপ মাৰি দাৰোগা পুখুৰীৰ পাৰৰ পৰা নামি গ'ল। লগে লগে পুলিচ কেইটাও।

পুখুৰীৰ পাৰ পুনৰ নিৰ্জন নিস্তব্ধ হৈ পৰিল। প্ৰায়খিনি মানুহ পুলিচ থাকোতেই লাহে লাহে অন্তৰ্ধান হৈছিলেই, এতিয়া বাকীখিনিও ঘৰাঘৰি গ'ল।

কেৱল যতুমণি সৰু মোমায়েক হেমধৰ আৰু পুলিচ কেইটাৰ পিছে পিছে কিছু দূৰ গৈ থাকিল। ঘৰৰ ভিতৰৰ পৰা দুৱাৰমুখলৈ ওলাই বহুতে যতুমণিক পুলিচৰ পিছে পিছে নেযাবলৈ হাতেৰে ইঙ্গিত দিছিল, 'যতুমণি, ঘৰলৈ গুচি আহ' বুলি মোমায়েকৰ ঘৰৰপৰাও কোনোবা এটাই চিঞৰিছিল। যতুমণি কিন্তু আগৰ দৰেই গৈ থাকিল। গাওঁৰ সীমা অতিক্ৰমি হেমধৰক লৈ পুলিচৰ দল থানালৈ যোৱা বাট পালেগৈ। তেনেতে এটা পুলিচে পিছলৈ চাই যতুমণিৰ ফালে বন্দুক টোৱালে। যতুমণিয়ে এইবাৰ হাত দুখন দুফালে সম্পূৰ্ণভাৱে প্ৰশস্ত কৰি পিছ হুহকি যাবলৈ ধৰিলে।

পুখুৰীৰ তলিৰ ঘোলা পানীত অজস্ৰ বিচিত্ৰ ৰঙৰ মাছে কমাবলৈ ধৰিলে। ভৰ বাৰিষা ভুঁই ৰুবলৈ সাজু কৰা মাটিডৰাৰ পৰা ওলোৱাৰ দৰে পুখুৰীৰ পাৰৰ বোকা আৰু ঘোলা পানীৰপৰা ওলোৱা গোন্ধ বিয়পি পৰিল। বতাহত বাঁহৰ কেৰকেৰণি শব্দ বেছি হ'ল। ইতি-মধ্যে শুকাবলৈ ধৰা পথাৰৰ মাজৰ পানীসোতাৰ দুয়োপাৰে কেবাটাও বগলী দীঘল ডিঙি মেলি অহা-যোৱা কৰিবলৈ ধৰিলে।

বজ্ৰপাত পৰা, অথবা ভূতে লম্ভা মানুহৰ দৰে গোটেই গাঁওখন নিস্তব্ধ হৈ পৰিল। এক ভয়াবহ আশঙ্কাত নিজৰ নিজৰ ঘৰত মানুহ-বোৰ বাঘৰ ভয়ত ঘৰ সোমোৱাদি সোমাই থাকিল। কেৱল নিৰ্দিষ্ট সময়ৰ মূৰে মূৰে একোটা একোটা চিঞৰ বহুত দূৰৰ পৰাই শুনিবলৈ পোৱা গ'ল। হেমধৰৰ মাকে বিনালে, "মোৰ অসুখীয়া ল'ৰাটোক পুলিচে গুৰুলা গুৰুলকৈ মাৰি ছালবাকলি এৰুৱালে ঐ ।" সুদীৰ্ঘ কাল বাত বেমাৰত বিচনাত পৰি থকা হেমধৰৰ দেউতাকে চিঞৰিলে, "মোক থানালৈ লৈ ব'ল, কোন ক'ত আছ মোক ধৰ, মই পুলিচৰ হাতে-ভৰিযে ধৰি ল'ৰাটো এৰুৱাই আনোগৈ।"

হেমধৰৰ মাকে সঘনে জ্ঞান হেৰুৱালে। তেওঁৰ সঘনে মুখৰ মাত নাইকিয়া হ'ল। হাত-ভৰি চেঁচা পৰিল। থানাৰ ওচৰত থকা ডাক্তৰক আনিবলৈ ঘৰৰ আৰু ওচৰৰ কোনেও ওলাই যাবলৈ সাহস নকৰিলে।

"ৰাতি ৰাতি আহি আছো' —দাৰোগাৰ এই কথাই গাঁৱৰ প্ৰত্যেক মানুহৰ বুকুত কঁপনি তুলি গ'ল।

মূল ঘটনাটো ঘটিছিল প্ৰায় দুমাহৰ আগত।

সেই গাঁৱৰ পৰা প্ৰায় চাৰি মাইলমান দূৰৈত আলিয়েদি ৰাতি এৰ্কমান বজাত নগৰৰপৰা এখন মটৰ আহিছিল আৰু পিছে পিছে আহিছিল এখন পিক্‌আপ ভান। গাড়ী দুখনত আচলতে কোন কোন আহিছিল, কোনেও সঠিককৈ ক'ব নোৱাৰিলে। কিছুমানৰ মতে, নগৰৰ পৰা থানা অভিমুখে আহিছিল দুজনমান উচ্চ পুলিচ বিষয়া পুলিচ-চন্তৰী

সহ। কিছুমানৰ মতে, আহিছিল ৰাজনৈতিক দল এটাৰ লোক। আৰু কিছুমানৰ মতে, স্থানীয় পৰিস্থিতিৰ খবৰ ল'বলৈ জিলাৰ উপায়ুক্ত। আলিৰ এঠাইত এখন নতুন দলং নিৰ্মিত হৈছে, সেইখিনিত মটৰ আদি যাবৰ বাবে পথাৰেদি অস্থায়ী পথ তৈয়াৰ কৰা হৈছে।

গাড়ীৰ গতি যেতিয়া সেইখিনিত কমি আহিছিল, তেতিয়া গভীৰ এন্ধাৰৰ মাজৰ পৰা একেলগে দুটা বোমা দলিয়াই দিয়া হৈছিল। পৰিণামত আগৰ গাড়ীখনৰ ড্ৰাইভাৰকে ধৰি চাৰিজন গুৰুতৰ ভাৱে আহত হৈছিল। তাৰে এজন ঘটনাৰ পিছত প্ৰায় ছমাহ কাল হাস্পতালত পৰি আছিল।

সম্পূৰ্ণ এটা মাহ দুৰন্ত গতিত অনুসন্ধান চলিল। চোৰাংচোৱা বিভাগৰ, পুলিচৰ, কেন্দ্ৰীয় তদন্ত বিভাগৰ কিমান মানুহে সেই অনুসন্ধানত ধৰিছিলে তাৰ সংখ্যা লিখিব নোৱাৰা হ'ল। মটৰ জীপ-পিক্‌আপ ভান ষ্টেশ্যনৱেগনৰ উৎপাতত সেই চিৰকাল শান্ত, প্ৰায় নিৰ্জীৱ অঞ্চলত হুলস্থুলৰ সৃষ্টি হ'ল। সেই অঞ্চলৰ গাৱঁৰ এনে এঘৰ মানুহ নেথাকিল, যাৰ ঘৰত পুলিচ নোসোমোৱাকৈ থাকিল। কিন্তু এমাহৰ পিছতো কোনে সেই বোমা মটৰলৈ মাৰিছিল, তাৰ সামান্য সুং-সূত্ৰও নোলাল।

এনেদৰে ব্যৰ্থ হৈ পুলিচে এইবাৰ সেই অঞ্চলৰ ছখন গাৱঁৰ এক-সংখ্যক ডেকাৰ নামৰ এখন তালিকা কৰি এক্কালৰ পৰা সিহঁতক গ্ৰেপ্তাৰ কৰাৰ সিদ্ধান্ত কৰিলে।

পুলিচৰ মাজতো আন্দোলনকাৰীক গোপনে পুলিচৰ গোপন বতৰা দিয়া মানুহ আছে বুলি চৰকাৰে বৰ ভালদৰে জানে। কিন্তু সেই গোপন তালিকাৰ কথা ইমান দ্ৰুত গতিৰে ডেকাবোৰে জানিব পাৰিব বুলি চৰকাৰে ভবা নাছিল। পৰিণামত, সেই এটাইবোৰ ডেকাই প্ৰায় একে ৰাতিৰ ভিতৰতে নিজৰ নিজৰ ঘৰৰ পৰা অন্তৰ্দ্ধান হ'ল।

পুলিচৰ দলে এইবাৰ ভয়ঙ্কৰ ৰূপ ধাৰণ কৰিলে। সিহঁতে যেন সেই এটাইকেইখন গাৱঁৰ মানুহৰ বিৰুদ্ধে এখন ক্ষমাহীন ৰণ ঘোষণা কৰিলে। দিনে-ৰাতিয়ে মানুহৰ ঘৰে ঘৰে সিহঁতে হানা দিলে। পলাই যোৱা

ডেকাবোৰৰ নাম আৰু সিহঁত ক'ত আছে তাৰ কথা নোকোৱাৰ অজুহাতত গাৱঁত সিহঁতে সন্ত্ৰাশৰ সৃষ্টি কৰিলে।

হেমধৰৰ গাঁৱত বন্দুকধাৰী পুলিচৰ সেই অত্যাচাৰে ভীষণ ৰূপ ধাৰণ কৰিলে। পুলিচৰ অনুমান মতে, সেই গাঁৱৰ ডেকায়েই সেই বোমা নিক্ষেপৰ বাবে দায়ী আৰু সিহঁতক যেনে তেনে কৰায়ত্ত কৰিবই লাগিব। কেৱল থানাৰ দাৰোগাকে নহয়, সেই মহকুমাৰ পুলিচ বিষয়াকো ওপৰৰ পৰা সতৰ্ক কৰি দিয়া হ'ল যে, সেই ডেকাকেইটাক গ্ৰেপ্তাৰ কৰিব নোৱাৰিলে তেওঁলোকৰ চাকৰি জীৱনৰ ভৱিষ্যত একেবাৰে অন্ধকাৰ।

বোমা নিক্ষেপৰ পোন্ধৰ দিন মানৰ আগতে হেমধৰ গৈছিল নিজস্ব বৰ বায়েকৰ ঘৰলৈ, যদুমণিৰ ঘৰলৈ। কিছুদিন ধৰি সি সাৰৰ ৰোগত ভুগিছিল। বায়েকে গাঁৱলীয়া ঔষধেৰে তাৰ অসুখ ভাল হ'ব বুলি তাক নিজৰ লগত আদৰ কৰি ৰাখিছিল। সি ভাল পাই আহিছিল। নিজৰ ঘৰৰপৰা খবৰ পঠিয়ালে, সি যদুমণিক লৈ ঘৰলৈ আহক: যদুমণিয়ে ৰাসৰ ভাওনাত শিশু কৃষ্ণৰ ভাও ল'ব লাগিব।

হেমধৰে অহাবাৰ মেট্ৰিক পৰীক্ষা দিব।

সেইদিনা অসুখৰপৰা উঠি অহা হেমধৰক কোনেও পুখুৰীৰ পানী সিঁচিবলৈ দিয়া নাছিল। সি নিজেই নিজৰ পূৰ্বৰ শক্তিৰ পুনৰ অধিকাৰী হ'ব পাৰিছেনে নাই, তাৰ প্ৰমাণ চাবৰ বাবে লেহেতিৰ জৰিত ধৰিছিল।

দুপৰীয়া অতিক্ৰমি আবেলি আহিল, আবেলি অতিক্ৰমি সন্ধিয়া।

পুখুৰীৰ তলিত নামমাত্ৰ থকা পানীখিনি সিঁচি মাছেৰে ভোজ খোৱাৰ আশা আৰু আনন্দ মানুহে একেবাৰে ত্যাগ কৰিলে।

সন্ধিযাৰ পিছত সেইদিনা নিজৰ নিজৰ ঘৰৰপৰা মানুহ ওলাই নাহিল। সন্ধিয়া, গধূলি, দুপৰ ৰাতি, বিহুৰ উৰুকাৰ দিনা শেহৰাতিও যিখন গাঁৱৰ আলি-পদুলি মানুহেৰে উপচি থাকে, সেইখন গাঁও গধূলি নোহওঁতেই এখন পৰিত্যক্ত, ভূতে লম্ভা গাঁৱত পৰিণত হ'ল। বহুদিনৰ আগতে যেন কিবা এক ভয়ঙ্কৰ ভৱিষ্যতৰ ইঙ্গিত পাই এই গাঁৱৰ মানুহ-

বোৰ নিজৰ নিজৰ ঘৰবোৰ পৰিত্যক্ত কৰি চিৰদিনৰ বাবে ক'ৰবালৈ আঁতৰি গ'ল।

এন্ধাৰত চাৰিটা অশৰীৰি দৈত্যৰ দৰে চাৰিটা ওখ ওখ মেজি থিয় হৈ থাকিল। নামঘৰৰ কাষত ভোজ খাবলৈ তৰা চালিৰ কলপাত বাতি-পুৱা ভাগলৈ লেৰেলি যাব। নাম ঘৰৰ ভিতৰত ভোজ ৰান্ধিবলৈ অনা বাচন-বৰ্তনবোৰ বিক্ষিপ্ত হৈ পৰি থাকিল। বহুত দিনৰ আগৰে পৰা কাৰ কাৰ ঘৰৰ আলু বেঙেনা, কাঠ আলু আদি চুৰ কৰি আনি খোৱাৰ, বাঁহ-কাঠৰ বেৰ-জেওৰা, নঙলা মেজিত পেলাই পোৰাৰ, ৰাতি নৌ পুৱাওঁতেই নাৰিকল ভাঙি খোৱাৰ, হিলৈ ফুটোৱাৰ আৰু মেজি ফুৱাই ৰাতি ঘৰলৈ উভতি গোৱা ছোৱালীক জোকোৱা আৰু সুবিধা হ'লে সিহঁতৰ অঙ্গ স্পৰ্শৰ দুৰ্লভ সুযোগ আৰু আনন্দ পৰিত্যাগ কৰি এতিয়া-লৈকে গ্ৰেপ্তাৰ নোহোৱা ডেকা ল'ৰা কিছুমান নিজৰ ঘৰৰ ভিতৰত হা-হুমুনিয়াহ কাঢ়ি সোমাই থাকিল।

ওচৰৰ গাঁৱৰপৰা অহা দুই-চাৰিটা হিলৈৰ শব্দ কাণত পৰিলহি। সেই শব্দই এই গাঁৱৰ অন্ধকাৰক অধিক প্ৰকট কৰিলে।

এঘৰৰ দুৱাৰত এটা শব্দ হৈছিল। সামান্য এটা শব্দ। সেই শব্দ শুনি ঘৰৰ মানুহকেইটাই ইটোৰ মুখলৈ সিটোৱে লেমৰ পোহৰত চাই কথাছবিত হঠাতে ফ্ৰীজ হৈ যোৱা চৰিত্ৰৰ দৰে নিথৰ হৈ পৰিল। বুঢ়া-জনৰ বুকুখন ইমান বেছিকৈ বিষাবলৈ ধৰিলে যে, তেওঁ দুয়োখন হাতেৰে বুকুখন সাবটি মজিয়াতে পৰি গ'ল। আঠমহীয়া গৰ্ভৱতী তেওঁৰ বোৱাৰীয়েকৰ হঠাতে আৰম্ভ হ'ল গৰ্ভবেদনা। তল ফালৰপৰা তাই নিজৰ পেটত জোৰেৰে ধৰি সঘনে ফোপাবলৈ ধৰিলে আৰু লগে লগে সেই পুহৰ শেষতো তাইৰ সমস্ত মুখ-ডিঙি ঘামেৰে উপচি পৰিল।

দুৱাৰত শব্দ কৰিছিল এটা কুকুৰে। হয়তো সিয়ো ভয়ত নিজৰ গিৰীহঁতৰ ঘৰৰ ভিতৰলৈ সোমাব খুজিছিল।

প্ৰতি ক্ষণে ক্ষণে বন্দুকধাৰী পুলিচৰ দল যি কোনো এঘৰত সোমাই

যাৰহি বুলি সকলোৱে ত্ৰাসত বজ্ৰাহত মানুহৰ দৰে একে ঠাইতে শুই বা বহি থাকিল।

গাৱঁৰ এটাইতকৈ ওখ আঁহত গছত গই চৰাইৰ কোলাহলে আৰু উৰি উৰি যোৱা বাতুলীৰ ডেউকাৰ শব্দই যেন আগন্তুক বিপদৰ আশঙ্কাক অধিক ঘনীভূত কৰিলে।

যদুমণিয়েও কোনো কথা নোকোৱাকৈ ভয়ে ভয়ে এবাৰ আইতাকৰ ওচৰত আৰু এবাৰ ককাকৰ ওচৰত বহি সময় অতিবাহিত কৰিলে। চেঁচা হৈ অহা আইতাকৰ হাতে-ভৰিযে সি গৰম কৰি মিঠাতেল সানি দিয়ে আৰু কেতিয়াবা বাতৰোগত আক্ৰান্ত শয্যাশায়ী ককাকৰ কাষত বহি থাকে। একমাত্ৰ আৰু অসুখীয়া পুতেককৰ ওপৰত কৰা পুলিচৰ অত্যাচাৰত ম্ৰিয়মান এই দুগৰাকী লোকক মুখৰ কথাৰে সি সান্ত্বনা দিব পৰা নাই, কিন্তু সৰু মোমায়েকৰ বাবে তাৰ অন্তৰ মৰহি আছে। মাজে মাজে উঠি গৈ সি কোনেও নেদেখাকৈ চকুপানী টুকি আহেগৈ। মোমোযেককক কি উপাযে পুলিচৰ হাতৰপৰা এৰুৱাই আনিব পাৰি, বাৰে বাৰে কেৱল এই কথাকেই সি ভাবিবলৈ ধৰিলে।

মোমাযেকৰ চিন্তাত আৰু সঘনে বিননি তুলি থকা আইতাক আৰু ককাকৰ দুৰ্দশা দেখি শেষ ৰাতিলৈকে যদুমণিৰ টোপনি নাহিল।

বাৰে বাৰে তাৰ চকুৰ আগত নিজে শিশু কৃষ্ণৰ ভাও লোৱা দৃশ্য ভাহি উঠিল। বৰ বাযনৰ খোলৰ ছেৱে ছেৱে সি নাচিছিল। তাৰ অপূৰ্ব সুন্দৰ নৃত্য আৰু অভিনয দেখি নামঘৰৰ ভিতৰে বাহিৰে ঠাহ খাই থকা অজস্ৰ দৰ্শক অভিভূত হৈছিল। এনেতে হাতৰ এটা ভঙ্গীত সি দৰ্শকৰ ফালে খন্তেক চালে আৰু তেতিয়াই সি দেখিলে বেৰ খুলি দিযা নামঘৰৰ বাহিৰৰপৰা পুলিচৰ দাৰোগা আৰু কেবাটাও বন্দুকধাৰী পুলিচে বিমুগ্ধভাৱে তাৰ নৃত্য উপভোগ কৰিছে। দ্বিতীয়বাৰ চকু দিয়াত সি দেখিলে দাৰোগাৰ মুখত প্ৰশংসাৰ হাঁহি। শেষবাৰ এক মুহূৰ্তৰ বাবে চকু পৰাত সি দেখিলে দাৰোগা আৰু পুলিচ কেইটাই প্ৰশংসাত হাত চাপৰি মাৰিছে।

সেইদিনা ৰাতি যদুমণিৰ ভাৱনাত আউল লাগিল। তাৰ নাচোন চাই মুগ্ধ হোৱা দাৰোগা আৰু পানী সিঁচি থকা সৰু মোমায়েকক ইমান নিষ্ঠুৰভাৱে অত্যাচাৰ কৰি লৈ যোৱা দাৰোগা, এই দুটা মানুহ একেটা মানুহেই হয়নে নহয়? ভালেমান সময় নানা খেলিমেলি চিন্তা মনত উদয় হোৱাৰ পিছত যদুমণিয়ে সিদ্ধান্ত কৰিলে, মানুহক দেখুৱাই অত্যাচাৰী হ'বলৈ যত্ন কৰিছে যদিও দাৰোগা মানুহটো ইমান বেয়া হ'ব নোৱাৰে।

এনে এক প্ৰত্যয় আৰু সম্ভাৱনাকে লৈ যদুমণিয়ে ঠিক কৰিলে, দাৰোগাক এবাৰ যেনেতেনে লগ ধৰি হেমধৰক থানাৰপৰা উলিয়াই আনিব লাগিব। আইতাক আৰু ককাকৰ দুখ সি চাই থাকিব নোৱাৰে। সৰু মোমায়েকক থানাৰপৰা উলিয়াই আনি সি নিজৰ ঘৰলৈ নি বহু দিন লুকুৱাই ৰাখি থব।

পিছদিনা অতি ৰাতিপুৱাতে যদুমণি পেণ্ট আৰু কামিজ পিন্ধি যাবলৈ সাজু হ'ল। আইতাকে সুধিলে, "তই ক'লৈ যাবলৈ ওলাইছ, যদুমণি?" সি একো উত্তৰ নিদি খৰধৰকৈ চুলিখিনি আঁচুৰি ল'লে। ককাকে সুধিলে, "তই ক'লৈ যাব, বোপাই?"

যদুমণি খৰধৰকৈ নওলা খুলি ওলাই গ'ল।

যদুমণিয়ে গাঁৱৰ সীমা পাৰ হ'ব লগা নহ'লেই। বন্দুকধাৰী পুলিচসহ দাৰোগা আহি তাৰ সন্মুখত উপস্থিত হ'লহি।

যদুমণিক দেখি দাৰোগা ৰ'ল আৰু তাৰ ফালে অলপ সময় চাই থাকি সুধিলে, "তুমিয়েই ভাওনাত শিশু কৃষ্ণৰ ভাও লৈছিলা?"

"হয়।"

"বাহ—বা, বাহ—বা! কি চমৎকাৰ।"

দাৰোগাই আৰু কিবা ক'ব খুজিছিল, কিন্তু যদুমণিয়ে জাপ মৰাৰ দৰে গৈ দাৰোগাৰ সোঁহাতত জোৰেৰে ধৰি ক'লে, "মোৰ সৰু মামাক এৰি দিয়ক। আইতাৰ হাত-ভৰি চেঁচা পৰিছে আৰু ককাদেউতাই উশাহ ল'ব নোৱাৰা হৈছে।"

ইমান অকস্মাতে ঘটা ঘটনাত দাৰোগা উচপ খাই এখোজ পিছ হুহঁকি গ'ল ।

'মোৰ হাত এৰি দে ।" দাৰোগাই বাওহাতেৰে বেতভাল দাঙি নির্দেশ দিলে ।

যতুমণিয়ে এইবাৰ জাপ মাৰি দাৰোগাৰ বাওহাতখন ধৰি তললৈ নমাই আনি ডাঙৰকৈ ক লৈ, "মোৰ সৰু মামাক এৰি দিব লাগিব । এতিয়াই মই থানালৈ ।"

দাৰোগাই যতুমণিক আৰু কথা ক'বলৈ নিদি তাৰ হাতৰ মুঠিৰ পৰা জোৰেৰে নিজৰ সোঁহাতখন একৰাই তাৰ বাওহাতত এটা প্ৰচণ্ড কোব বহুৱাই দিলে । যতুমণিয়ে চিঞৰিলে, "মোৰ মামাক এৰি দিব লাগিব । মোৰ মামাক ।"

দাৰোগাই এইবাৰ যতুমণিৰ পিঠি ভৰি হাতত কেবাটাও কোব একে-লগে বহুৱাই দিলে । যতুমণি মাটিত পৰি গ'ল । বন্দুকধাৰী পুলিচ এটাই বন্দুকৰ আগেৰে যতুমণিক খুন্দিয়াবলৈ আহিছিল, আন এটা পুলিচে বন্দুকটো থাপ মাৰি ধৰি যতুমণিক ৰক্ষা কৰিলে । অৱশ্যে ইতি মধ্যে আহি আন এটা পুলিচে যতুমণিৰ পিঠিত দুটা ভুকু মাৰি থৈ গ'লহি ।

যতুমণিৰ চিঞৰ আৰু কান্দোন সমগ্ৰ গাঁৱলৈ বিয়পি পৰিল । গাঁৱৰ গছ-গছনিয়েও যেন স্তব্ধ হৈ তাৰ বিননি শুনিলে ।

কোনো মানুহেই ঘৰৰ ভিতৰত এইবাৰ সোমাই থাকিব নোৱাৰিলে । প্ৰত্যেকেই নিজৰ নিজৰ ঘৰৰপৰা ওলাই পদূলি পালেহি ।

প্ৰথমতে নঙলাৰ বাহিৰলৈ ওলাই আহিল যতুমণিৰ আইতাক ।

সুদীৰ্ঘকাল বাত বেমাৰত আক্ৰান্ত বুঢ়ীৰে গাভৰুৰ দৰে মূৰ আৰু চকু তুলি দুৰন্ত গতিৰে খোজ দিলে । পিছত আহিল কেইজনমান । তাৰ পিছত আহিল বহুত কিজন । লগে লগে কোনো এক দৈৱ ইঙ্গিতত যেন প্ৰত্যেক ঘৰৰ পৰা প্ৰতিজন মানুহেই ওলাই আহিল । মানুহ আহিয়েই থাকিল । মানুহৰ খোজ দুৰন্ত হ'ল ।

পুলিচৰ দলটোৱে কিছু সময় বানপানীৰ দৰে অহা মানুহবোৰলৈ চাই থাকিল। চাই থাকি বন্দুক দাঙি ল'লে। দাৰোগাই সিহঁতক বন্দুক নমাই পিছলৈ যাবলৈ ক'লে।

এইবাৰ অজস্ৰ মানুহৰ সমুখত পুলিচবোৰ পিছ হুহঁকি গ'ল।

সিহঁতে এবাৰ চকুৰ পচাৰতে ঘূৰি পুলিচ থানাৰ ফালে উৰি যোৱাৰ দৰে দৌৰিবলৈ ধৰিলে।

## অহৰহ

আগতে খবৰ দিয়া মতে তেওঁলোক তিনিওজন একেলগে আহিল ।

তেওঁলোকে যদুনাথৰ ঘৰৰ সকলোকে ক'লে, আজি গোটেই ৰাতি তেওঁলোক তিনিওজন ৰোগীৰ কাষত থাকিব। ঘৰৰ সকলোৱে যেন ভাতপানী খাই শুই থাকে। যদুনাথৰ পৰিবাৰক তেওঁলোকে ক'লে যে বহুত দিন হাস্পতাললৈ অহা যোৱা কৰি আৰু তাত থাকি তেওঁ ক্লান্ত, এতিয়া তেওঁৰ সম্পূৰ্ণ বিশ্ৰামৰ প্ৰয়োজন ।

যদুনাথৰ পৰিবাৰে তেওঁলোকক কোঠাটো ভালদৰে দেখুৱাই দিলে। বহল কোঠা ।

যদুনাথৰ খনৰ উপৰিও আৰু এখন বিছনা আছে, কাষত এখন চোফা, দুখন চকী, টেবুলত পানী, ঔষধ, ফল, থাৰ্মমিটাৰ আদি ভালদৰে সজোৱা আছে। পানী গৰম কৰিবলৈ হিটাৰ আছে। এই কোঠাৰ লগালগিকৈ আছে বাথৰুম। "একো অসুবিধা নাই, আপুনি খাই-মেলি শোৱকগৈ। আমি সুবিধা হ'লে কফি একাপ নিজেই কৰি খাম। ৰাতি ঘৰৰ কাকো আমনি নকৰোঁ।" এজনে ক'লে।

যদুনাথৰ পৰিবাৰে কফিৰ টিন, কাপ-প্লেট, গাখীৰ আদি দি বিদায় ল'লে। ক্লান্তিত তেওঁৰ সঁচাকৈয়ে চকু মুদ খাই আহিছে। তিনিজন পৰম বন্ধুৰ হাতত ৰোগী স্বামীক গতাই দি তেওঁ স্বস্তিৰ নিশ্বাস এৰিলে।

হাস্পতালত যদুনাথ বহুদিন থাকিব লগা হ'ল। হাস্পতালৰপৰা ঘৰলৈ অনাৰ সময় হোৱা নাছিল, কিন্তু যদুনাথৰ পৰিবাৰেই ঘৰত বেছি আৰামেৰে থাকিব পাৰিব বুলি সোনকালেই লৈ আহিলে। ডাক্তৰৰ মতে অত্যন্ত সাৱধানে নেথাকিলে যদুনাথৰ বিপদ। সেই কাৰণে ঘৰলৈ

অনাৰ মুহূৰ্ত্তৰ পৰাই তেওঁৰ পৰিবাৰে তেওঁৰ লগ এৰা নাছিল। কিন্তু আজি গধূলি ইমান উচ্চ পদস্থ আৰু দায়িত্বশীল তিনিজন লোকে ইমান কষ্ট কৰি বেমাৰীৰ ওচৰত ৰাতিটো থাকিবলৈ অহাত তেওঁ যথেষ্ট সকাহ পালে। যদুনাথৰ পৰিবাৰে জানে, তেওঁলোক তিনিওজনেই কাইলৈ ৰাতিপুৱাই নিজৰ নিজৰ ডাঙৰ দায়িত্বত ঘৰৰপৰা ওলাই যাব লাগিব। তেওঁ তেওঁলোকৰ প্ৰতি কৃতজ্ঞ। বন্ধুত্বৰ মহিমা আজিও নিঃশেষ হৈ যোৱা নাই, তেওঁ হৃদয়েৰে অনুভৱ কৰিলে।

তেওঁলোক তিনিজন হ'ল, চিদানন্দ কাকতি, দয়ানন্দ শইকীয়া আৰু সৌৰভ বৰুৱা। চিদানন্দ এজন উচ্চ পুলিচ বিষয়া, দয়ানন্দ চিনিয়ৰ মেজিষ্ট্ৰেট আৰু সৌৰভ হ'ল চৰকাৰী ডাঙৰ বিভাগ এটাৰ ডিৰেক্টৰ। যদুনাথ হাজৰিকা নিজেই ইনকমটেক্সৰ ডাঙৰ বিষয়া।

যদুনাথ ভুগিছিল চিৰ'ছিছ বেমাৰত। লিভাৰৰ বেমাৰ, প্ৰচুৰ পৰিমাণে সুৰাপানৰ পৰিণাম।

প্ৰথম'ত আচল বেমাৰ ধৰা পৰাহেঁতেন যদুনাথৰ এনে ভয়ানক অৱস্থা নহ'লহেঁতেন। তেওঁ যে প্ৰচুৰ পৰিমাণে মদ খায়, প্ৰথমতে এই কথা তেওঁ ডাক্তৰক কোৱাই নাছিল। ডাক্তৰক এনে এটা কথা কোৱাৰ প্ৰয়োজনেই নাছিল বুলি তেওঁ ভাবিছিল। অজস্ৰ মানুহে মদ খোৱা তেওঁ দেখিছে, তেওঁৰ সমপৰ্যায়ৰ ভালেমান মানুহে মদ খায়, মদ খোৱাটো একো কথাই নহয়, মদ খোৱাটো আলোচনাৰ কথাই নহয়, অসুখ হৈছে —ডাক্তৰে তাৰ আচল কাৰণ অনুসন্ধান কৰি উলিয়াওক। এয়ে আছিল যদুনাথৰ ধাৰণা। এটাৰ পিছত এটাকৈ বেমাৰ নিৰ্দেশ কৰি ডাক্তৰে দৰব দি গ'ল। প্ৰথমতে হেপেটাইটিছৰ চিকিৎসা চলিল, অৱশ্যে ডাক্তৰে হেপেটাইটিছ বুলি নকৈ তাৰ নাম দিলে ইনফ্লেমেশ্বন অৱ দ্য লিভাৰ। বেমাৰ ভাল ন'হল। এবাৰ সন্দেহ হ'ল ছিফিলিছ বুলি। অনুসন্ধান চলিল। অসত্য প্ৰমাণ হ'ল। এইবাৰ চিকিৎসা আৰম্ভ হ'ল পেলুৰ, ডাক্তৰী ভাষাত ইনটেষ্টাইনেল ৱৰ্মছৰ। ফল নধৰিল। যদুনাথৰ ওজন দ্ৰুত গতিৰে কমি আহিল। প্ৰতিদিনেই জ্বৰ এপ এপ এক ডিগ্ৰীৰ কম

নহ'ল। উধাতু-খাই ডাক্তৰে ঘোষণা কৰিলে এই বেমাৰ জন্দিছৰ বাহিৰে আন একো নহয়, অৱশ্যে ডাক্তৰে জন্দিছ বুলি নকৈ ক'লে বিলিয়েৰী ট্ৰেক্ট, ইনক্ৰেমেশ্বন। যদুনাথৰ স্বাস্থ্য ভয়ংকৰভাৱে পৰি আছিল। কেবাজনো ডাক্তৰে একেলগে লগ লাগি এইবাৰ সিদ্ধান্ত কৰিলে, এই বেমাৰ লিভাৰলৈ চলাচল কৰা তেজৰ দোষত হ'বই লাগিব, বিদেশত বহুত দিন থাকি অহা এজনে শুদ্ধ উচ্চাৰণত তাৰ নাম ক'লে, দিজ'ডাৰ্ছ্ ইন ব্লাড্ চাৰ্কুলেশ্বন টু দ্য লিভাৰ।

যদুনাথ সম্পূৰ্ণভাৱে শয্যাশায়ী হ'ল। ঘৰৰ মানুহবোৰ, আত্মীয়-কুটুম্ব, বন্ধুবান্ধৱ সকলো ম্ৰিয়মান।

এইবাৰ যদুনাথৰ পৰম বন্ধু তিনিজন চিদানন্দ, দয়ানন্দ আৰু সৌৰভ ডাক্তৰৰ কাষ চাপিল। যদুনাথে প্ৰচুৰ মদ্যপান কৰাৰ কথাটো ডাক্তৰক তেওঁলোকে কাণে কাণে ক'লে।

"ট্ৰু ?" তীক্ষ্ণ চকুৰ দৃষ্টিৰে ডাক্তৰে সুধিলে।

যদুনাথে মূৰ জোকাৰি হয় বুলি ক'লে।

মুহূৰ্ততে স্কাউটৰ দৰে ভৰি দুটা লগাই এটা পাক মাৰি সোঁহাতৰ তৰ্জনি আঙুলি জোকাৰি ডাক্তৰে তিনিজন লোকলৈ চাই ক'লে, "ভেৰী ডেঞ্জৰাছ, হি শ্বুদ হেভ ট'ল্ড্ মী দ্য ট্ৰুথ, নাথিং বাট দ্য ট্ৰুথ।"

এই বুলি তেওঁ যদুনাথৰ তলপেটটো কেবাবাৰো জোৰেৰে পিটিকি পিটিকি ঘোষণা কৰিলে, "ৰাইট নাও, বেমাৰীক হস্পিটেললৈ নিব লাগিব। ৰাইট নাও।"

বেমাৰীক আৰু অন্ততঃ কুৰি দিন হাস্পতালত ৰখাৰ পৰামৰ্শ দিছিল ডাক্তৰে, কিন্তু ঘৰৰ মানুহবোৰৰ কষ্ট দেখি যদুনাথে নিজেই ঘৰত বেছি আৰামেৰে থাকিব পাৰিব বুলি ঘৰলৈ আহিবলৈ ওলাল। ডাক্তৰে সতৰ্ক কৰি দিলে, অত্যন্ত সাৱধানে ৰোগীক আৰু অন্ততঃ তিনিমাহ সময় পৰিচৰ্যা কৰিব লাগিব। ৰোগী অতি দুৰ্বল, মৃত্যুৰ মুখৰপৰা ভাগ্য ভাল আছিল বাবে কথমপি বাচি আহিছে। "ইট্ছ এ টেৰিব্লী চিৰিয়াছ ডিজিজ," ডাক্তৰে বাৰে বাৰে সতৰ্ক কৰি দিলে, "অহা অন্ততঃ তিনি

বছৰত ৰোগীৰ পেটত যদি এটোপামানো মদ পৰে, তেন্তে এভ্ৰিথিং ইজ ফিনিছ্‌'দ।" এইবুলি ডাক্তৰে হাত দুখন সম্পূৰ্ণভাৱে প্ৰশস্ত কৰি মেলি মূৰটো সোঁহাতৰ কান্ধত হাওলাই দিলে। সেই অৱস্থাত তেওঁক ৰোমান যুগৰ কোনো এক ক্ৰুছবিদ্ধ খ্ৰীষ্টানৰ দৰে দেখা গ'ল।

ছিদাটিভৰ বেজি লৈ যদুনাথ শুই আছে। কেতিয়া সাৰ পাই ক'ব নোৱাৰি।

যদুনাথ, দয়ানন্দ, চিদানন্দ আৰু সৌৰভৰ বয়স প্ৰায় সমান। সৰুৰে-পৰা তেওঁলোকৰ ইজনে সিজনক আত্মীয়ৰ দৰে জ্ঞান কৰে। দুই-এক শ্ৰেণীৰ তল-ওপৰ আছিল যদিও, তেওঁলোক সহপাঠী বুলিয়েই সকলোৱে জানে। পঢ়া-শুনাত এটাইকেইজনেই চোকা আছিল। তীব্ৰ প্ৰতি-যোগিতামূলক পৰীক্ষাত উত্তীৰ্ণ হৈ তেওঁলোকে চাকৰি জীৱনত প্ৰতিষ্ঠা আৰু সন্মান দুয়োটাই লাভ কৰিছে। ৰাজ্যৰ কেবাখনো জিলাত মৰ্য্যাদা আৰু সন্মানেৰে চাকৰি কৰি আহি বৰ্তমান তেওঁলোক গুৱাহাটীত সুপ্ৰতিষ্ঠিত। গুৱাহাটীত প্ৰত্যেকৰে ডাঙৰ ঘৰ আছে। অফিচৰ নানা কামত ব্যস্ত থাকি প্ৰায়ে গধূলি বিশেষকৈ বন্ধৰ দিনা তেওঁলোক যিকোনো এঘৰতে লগ হয়। তাতে তেওঁলোকে মদ খাবলৈ ধৰিলে। ধৰিলে মানে, আগৰ পৰাই খাইছিল, এতিয়া একেলগে খাবলৈ ধৰিলে।

মদ প্ৰথমতে কেৱল নেখাইছিল যদুনাথে। চিদানন্দ, দয়ানন্দ আৰু সৌৰভে যেতিয়া মদ খায়, তেতিয়া যদুনাথে ক'ল্ড ড্ৰিংকৰ বটল এটা খুলি লয়, নহলে লয় এগিলাচ চৰ্বত। ই তিনিজনে প্ৰলোভন দেখুৱায়: পৃথিৱীৰ শ্ৰেষ্ঠ জাতিবোৰৰ প্ৰায় সকলোৱেই মদ খায়। মদ, মাংস, মাছ আৰু আনকি চিগাৰেট পৰ্যন্তও নোখোৱাকৈ হিটলাৰে লাখ লাখ মানুহ হত্যা কৰিলে, আনহাতেদি মদ আৰু মাংস খাইছিল যীশু খ্ৰীষ্টই, ডিভিত ভক্তই যচা গাহৰী মাংস লাগি ভগৱান বুদ্ধৰ মৃত্যু হৈছিল, আদি। যদুনাথ অলৰ অচৰ। তেওঁ ক'লে, "তোমালোকৰ বাবেই মদ মই খাব নোৱাৰো। তোমালোক যেতিয়া মদ খাই বেহুচ হৈ পৰা তেতিয়া তোমালোকক ঘৰে ঘৰে থবলৈ এজন সুস্থ মানুহৰতো প্ৰয়োজন।"

কিন্তু সেই মনৰ দৃঢ়তা এদিন শিথিল হৈ পৰিল। বৰষুণত তিতি পানীলগা জ্বৰত ভুগি যদুনাথ বিচনাত পৰি আছিল। বাৰে বাৰে তেওঁ কাহিছিল, হাচিয়াইছিল। ল'ৰা-ছোৱালীকেইটা লৈ পৰিবাৰ গৈছিল মাকৰ ঘৰলৈ। এনেতে ওলালহি ই তিনিজন বন্ধু। তেওঁলোকে কুহুমীয়া গৰম পানী মিহলাই অলপ ব্ৰাণ্ডি যদুনাথক খাবলৈ দিলে। এনে এক মহৌষধৰ গুণ তেওঁলোকে আগতে পাই থৈছে। প্ৰথমতে যদুনাথে গিলাচকে চুব নুখুজিলে, গোন্ধত বমি আহে বুলি গিলাচৰপৰা মুখখন দূৰলৈ আতৰাই নিলে। তেওঁলোকে ঔষধ বুলি সেইখিনি খাবলৈ ক'লে। নেৰানেপেৰাকৈ তিনিওজনে লাগি থকা দেখি আৰু তেওঁ নেখালে তেওঁলোকেও নোখোৱা দেখি আগৰ দিনত দাগ কটা বটলৰ পৰা মানুহে কুইনাইন খোৱাৰ দৰে, যদুনাথে চকুদুটা মুদি গিলাচৰ পৰা এঢোক মুখত ল'লে। গিলাৰ আগতে তেওঁ তিনিওজনলৈকে এক বিতৃষ্ণাৰ চাৱনিৰে চালে। খাই তেওঁ চাদৰখন ডিঙিলৈকে লৈ চকু দুটা মুদি দিলে। তেওঁলোক তিনিওজনে আৱিষ্কাৰৰ দৃষ্টিৰে তিনিযোৰা চকু বহলকৈ তেওঁৰ মুখৰ ওপৰত মেলি ধৰিলে। ইতিমধ্যে ব্ৰাণ্ডি আৰু গৰম পানীয়ে যদুনাথৰ শৰীৰত ক্ৰিয়া কৰিছিল, কাহ আৰু হাচি হঠাৎ বন্ধ হৈছিল। অলপ সময়ৰ পিছত চকু মেলি যেতিয়া তেওঁ তেওঁলোকলৈ চালে, তেতিয়া তেওঁৰ ওঠত ফুটি উঠিছিল এক সামান্য হাঁহি। এই হাঁহি আছিল শিশুৰ হাঁহিৰ দৰে পৱিত্ৰ, কিন্তু সিয়েই আছিল আনহাতেদি ভয়ংকৰ। ওঠত বিৰিঙা হাঁহিৰ সুযোগ গ্ৰহণ কৰি গিলাচটো এজনে তেওঁলৈ পুনৰ আগবঢ়াই দিলে।

সেই আৰম্ভণিয়েই হ'ল এক পৰিসমাপ্তিৰ আৰম্ভণি।

তাৰ পিছৰপৰা যদুনাথে ইমান বেছিকৈ মদ্যপানত ধৰিলে যে, ঘৰৰ পৰিবাৰকে আদি কৰি মানুহবোৰৰ কথা বেলেগেই, দয়ানন্দ, চিদানন্দ আৰু সৌৰভো আনকি আতংকত পিচ হুহকি আহিল। তেওঁলোক তিনি-জনে কেতিয়াবা কেতিয়াবা যদুনাথৰ পৰা আতৰি ড্ৰিংক কৰিবলৈ লৈছিল, কিন্তু তেওঁলোক য'তেই থাকক লাগিলে যদুনাথে বিচাৰি উলিয়াবগৈয়ে।

পৰিবাৰৰ ঘৰৰ ল'ৰা-ছোৱালীৰ, আত্মীয় কুটুম্বৰ হেজাৰ অনুৰোধ, মিনতি, প্ৰাৰ্থনা আৰু আনকি চাকৰিৰপৰা অপসাৰণৰ ভাবুকি আদিও উপেক্ষা কৰি, মাছে পানী খোৱাৰ দৰে যত্নাথে মদ খাবলৈ ধৰিলে।

যত্নাথৰ পৰিবাৰে আন সকলো প্ৰচেষ্টা ব্যৰ্থ হোৱাৰ পিছত এক অদ্ভুত কাম এদিন কৰিলে। তেওঁ সেই কাম নিজৰ বুদ্ধিমতে কৰিছিলেনে আন কাৰোবাৰ উপদেশ মতে কৰিছিল, সঠিক কৈ ক'ব নোৱাৰি। এদিন গধূলি যত্নাথে এঠাইত মদপান কৰি আহি দেখিলেহি, তেওঁৰ পৰিবাৰে শোৱা কোঠাৰ সৰু টেবুলখনৰ কাষৰ চকী এখনত বহি মদখোৱা মানুহৰ দৰে চকু দুটা আধা মুদাই মিচিক মিচিককৈ হাঁহি আছে। টেবুলৰ ওপৰত আছে এটা মদৰ বটল, খোলা অৱস্থাত, এটা গিলাচত মদ বাকি থোৱা আছে। কাষতে পানীৰ জগ এটা।

যত্নাথে অবাক দৃষ্টিৰে একে ঠাইতে ভালেমান সময় দেৱালত আউজি সেই দৃশ্যটো চাই থাকিল। ইতিমধ্যে যত্নাথলৈ নোচোৱাকৈয়ে পৰিবাৰে মুখৰ ওচৰলৈ গিলচটো আনিলে আৰু ড্ৰেছিং গ্লাছত স্বামীৰ মুখৰ প্ৰতিক্ৰিয়ালৈ অতি সাৱধানে লক্ষ্য কৰি থাকিল।

খোৱাৰ মেজৰ কাষত বহি যত্নাথে পত্নীৰ বাবে ভালেমান সময় অপেক্ষা কৰিলে। তেওঁ নাহিল। ইতিমধ্যে পৰিবাৰে গাৰ কাপোৰত অলপ খাটি মদ সানি লৈছে, যাতে ৰাতি যত্নাথে সেই গোন্ধ ভালদৰে পাব পাৰে।

যত্নাথৰো খোৱা নহ'ল। পিছদিনা অৱশ্যে নিৰ্দ্দিষ্ট সময়তে যত্নাথ মদ খাবলৈ ঘৰৰপৰা ওলাই গ'ল। সুৰাৰ নিচা পোৱা মানুহক নাৰীৰ শৰীৰ আৰু বিননিয়ে ধৰি ৰাখিব নোৱাৰিলে।

যত্নাথৰ পত্নীৰ দুটা কাৰণে ভয়, সেয়া হল—দিনে দিনে দুৰ্বল হৈ অহা স্বামীৰ স্বাস্থ্য আৰু দিনে দিনে সংকটময় হৈ অহা আৰ্থিক অৱস্থা। যত্নাথৰ চাকৰিৰ আৰু এটা ঘৰ ভাৰালৈ দি পোৱা ধনেৰে ঘৰৰ গোটেই খৰচ ওলাইছিল। যত্নাথৰ সাধুতাৰ কথা লাহে লাহে কিম্বদন্তীত

পৰিণত হবলৈ ধৰিছিল। ইনকমটেক্সৰ ইমান ডাঙৰ বিষয়া, এটাও বাহিৰা টকা আজিলৈকে হাতেৰে স্পৰ্শ নকৰিলে। ইমান প্ৰখ্যাত মদপী, কিন্তু আজিলৈকে কাৰোপৰাই এটাও মদৰ বটল উপহাৰ হিচাপে নললে। বহুতে কৈছিল, মদ নোখোৱাহেতেন এই মানুহটো দেৱতাৰ শাৰীলৈ উঠিলহেঁতেন। কেতিযাবা তেওঁ মদ খাবলৈ কিয় ধৰিলে বুলি কোনোবাই সুধিলে যদুনাথে মাত্ৰ এটা শব্দ কয়,

"ডেষ্টিনী।"

দয়ানন্দ চিদানন্দ, আৰু সৌৰভে গোপন আলোচনাত বহিল যদু-নাথৰ মদখোৱা কি উপাযে কমাব পাৰি। মানুহটোৰ স্বাস্থ্যৰ দ্ৰুত গতিৰে অবনতি ঘটিছে। মানুহটোৰ যদি হঠাতে কিবা এটা হয়, ঘৰ-খনৰ কি অৱস্থা হব? এটা মানুহৰ মাত্ৰ দৰমহাৰ টকা, ত্যাকো মদ খাই প্ৰায় শেষ হও হও। তেওঁলোক তিনিওজনৰে বিবেকৰ দংশন আৰম্ভ হ'ল, কাৰণ যদুনাথক সুৰাশ্ৰয়ী কৰাৰ বাবে তেওঁ লোকেই একান্তভাৱে দায়ী।

যদুনাথ সুৰাৰ সাগৰত সাতুৰি বিভোল হৈ থাকিল। অথবা ক'ব পাৰি, যদুনাথে সুৰাৰূপী বাঘৰ পিঠিত উঠি আছে, নামিব নোৱাৰে।

সময়ৰ জখলাইদি বহুত দিন নামি যোৱাৰ পিছত এদিন যদুনাথক লৈ যোৱা হ'ল হাস্পতাললৈ লিভাৰৰ চিৰ'ছিছ ৰোগত ভয়ংকৰ ভাৱে আক্ৰান্ত অৱস্থাত।

যদুনাথ শুই আছে। ছিদাটিভৰ জাল এতিয়ালৈকে কটা নাই।

ৰোগীৰ কোঠাৰ একাষত দুজনে চোফাত আৰু এজনে বিচনাত বহি দযানন্দ, চিদানন্দ আৰু সৌৰভে কাণে কাণে কোৱাৰ দৰে কথা পাতি আছে। উচ্চ ৰাজনীতিৰপৰা সমাজৰ মানদণ্ডৰ পতনলৈকে নানা কথাৰ আলোচনা হ'ল, কিন্তু একে কোঠাতে শুই থকা যিটো মানুহৰ বাবে এটা ৰাতি তেওঁলোকে এনেদৰে কটাবলৈ আহিছে, সেই মানুহটোৰ বিষয়ে এটা কথাও নোলাল।

এবাৰ তিনিওজনে ইজনে সিজনৰ মুখলৈ চাই একেলগে ভলৰ

ওঁঠবোৰ কামুৰিলে। এই এটা মাত্র ইংগিত। দয়ানন্দ উঠি গৈ দুৱাৰৰ কাষত থিয় দিলেগৈ, তেওঁ অনুমান কৰিলে ঘৰৰ আন সকলো মানুহ শুইছে। ক'তো লাইট জ্বলি থকা নাই, ক'ৰো পৰা এটাও শব্দ অহা নাই। তেওঁ চাৰিওফালৰ খিৰিকীবোৰ বন্ধ কৰি পৰ্দাবোৰ ঠিক কৰি দিলে।

তেওঁ আহি চোফাত বহিযেই নিজৰ কামত ধৰিলে। নিজে অনা বেগৰ পৰা পায়জামা এটা উলিযাই খৰধৰকৈ পিন্ধি তেওঁ সেই বেগৰ-পৰাই এটা ডাঙৰ নোখোলা হুইস্কিৰ বটল, দুটা গিলাচ আৰু ডালমুটৰ পেকেটটো উলিয়াই সন্মুখৰ চাপৰ টেবুলত থ'লে। পাকৈত হাতেৰে তৎক্ষণাতে বটলটো খুলি তেওঁ দুটা গিলাচত বাকিলে। ইতিমধ্যে ৰোগীৰ ওচৰৰ টেবলত থকা গিলাচটো এজনে আনি দিলে। তাতো মদ ঢলা হ'ল।

চিয়েৰ্ছ। চিযেৰ্ছ। 'চিয়েৰ্ছ।

এটা বটল শেষ হোৱাৰ পিছত আৰু এটা বটল খোলা হ'ল। বেগৰপৰা এইবাৰ উলিযাই অনা হ'ল এটা কাজু বাদামৰ পেকেট।

দ্বিতীয়টো বটলৰ আধা মান শেষ হওঁতেই এজন এজনকৈ তিনিও-জনেৰে চকু মুদখাই আহিল। দযানন্দ চোফাতে শুলে, চিন্দানন্দ আৰু সৌৰভে একেখন বিচনাতে দীঘল দিলে।

লাইটটো আগৰ দৰে জ্বলি থাকিল।

ছিদাটিভৰ মোহৰ পৰা ৰক্ষা পাই যদুনাথে বিচনাতে চকু মেলিলে। মোহগ্ৰস্ত অবাক চকুৰে তেওঁ ওপৰৰ চিলিঙলৈ চালে। চকুৰ দৃষ্টি তেওঁৰ দেৱাললৈ নামিল। হঠাতে তেওঁ কিবা এটা গোন্ধ পালে। গোন্ধটো কিহৰ আৰু ক'ৰপৰা আহিছে, তাৰ ভালদৰে গম ল'বলৈ তেওঁ কেবাবাৰো গভীৰভাৱে নিশ্বাস ল'লে। এই গোন্ধ যেন তেওঁ বহুদিন ধৰি পৰম তৃপ্তিৰ সুবাসৰ দৰে সেৱন কৰি আহিছিল। হেজাৰ দিন ধৰি যেন তেওঁ এই সুবাস সেৱন কৰিবৰ বাবে উন্মাদ হৈছিল। কোনোবাই যেন কিছুদিন ধৰি জোৰ কৰি তেওঁক সেই সেৱনৰ পৰা নিৰ্মমভাৱে বঞ্চিত কৰিছিল।

যদুনাথে এইবাৰ মূৰটো ঘূৰাই একেবাৰে অবাক দৃষ্টিৰে চোফা আৰু বিচনাত শুই থকা দয়ানন্দ, চিদানন্দ আৰু সৌৰভক দেখিলে। অলপ সময় তেওঁ তেনেকৈ চাই থাকি মূৰটো দাঙি বিচনাত বহিলে। তেতিয়াই তেওঁ মদৰ বটল আৰু গিলাচবোৰ দেখিলে। চকুদুটা ভালদৰে মোহাৰি তেওঁ দেখিলে, সঁচাকৈয়ে সেইটো মদৰে বটল।

এটা জেঠি ওপৰৰ চিলিঙত নিজৰ খোপনি ৰাখিব নোৱাৰি শব্দ কৰি মজিয়াত পৰিলহি। খন্তেকৰ বাবে যদুনাথৰ দৃষ্টি জেঠিটোৰ ওপৰত পৰিল। জেঠিটো ইতিমধ্যে দৌৰি আতৰি গৈছে। যদুনাথে গাৰ চাদৰখন আতৰাই মজিয়াত ভৰি দিলে। তেওঁ লাহে লাহে অকণো শব্দ নকৰাকৈ এইবাৰ খোজ দিলে। চাপৰ টেবুলখনৰ কাষত থিয় হৈ তেওঁ শুই থকা মানুহ তিনিজনলৈ চালে, খৰকৈ ইজনৰ পিছত সিজনৰ মুখকিখনলৈ চালে। এইবাৰ তেওঁৰ প্ৰকট দৃষ্টি পৰিল মদৰ বটলটোৰ ওপৰত। তেওঁ দুটামান সেপ গিলিলে। দীঘল এক নিশ্বাস টানিলে। সোঁহাত মেলিলে বটলটোৰ ফালে। হাতখন সামান্যভাৱে কঁপা যেন লাগিল। সোঁহাতৰ তলুৱাখন বাওহাতৰ তলুৱাত জোৰেৰে কেইবাৰমান মোহাৰি ল'লে। এইবাৰ বটলটো ওপৰলৈ তুলি বটলৰ মুখ নিজৰ মুখৰ ওচৰলৈ নি এক দীঘলীয়া নিশ্বাস টানি তাৰ গোন্ধ ল'লে। তেওঁৰ সমস্ত শৰীৰত এক অপূৰ্ব শিহৰণ উঠিল।

এইবাৰ যদুনাথে শুই থকা মানুহ তিনিজনলৈ চকুৰ পচাৰতে চাই বটলটো দুয়ো হাতেৰে বুকুৰ ওপৰত ধৰি খৰধৰকৈ গৈ বিচনাত বহি বটলটো উবুৰিয়াই মুখত ঢালি দিলে। সমস্ত মুখমণ্ডল জিকাৰ খাই উঠিল। বাওঁ হাতেৰে তেওঁ ডিঙিটো মোহাৰি দিলে। আৰু লগে লগে বটলটো পুনৰ মুখত উবুৰিয়াই দিলে।

বাথৰুমলৈ যাবলৈ প্ৰথমতে দয়ানন্দই সাৰ পাইছিল। চোফাৰপৰা থিয় হ'বলৈ লওতেই তেওঁ এক ভয়ংকৰ দৃশ্য দেখিবলৈ পালে। বিচনাৰ কাষৰ মজিয়াত অচেতন হৈ পৰি আছে যদুনাথ। মুখেদি ওলাই আহিছে তেজ। মদৰ বটলটো পৰি আছে কাষত।

দয়ানন্দৰ সমগ্ৰ শৰীৰৰ তেজ যেন মুখলৈ আহিল। দুখোজ আগলৈ গৈ তেওঁ আৰু আগবাঢ়িব নোৱাৰিলে। মন্ত্ৰমুগ্ধ অথবা বজ্ৰাহত মানুহৰ দৰে তেওঁ নিথৰ হৈ পৰিল। উশাহৰ গতি ধীৰে ধীৰে তীব্ৰ হৈ আহিল।

সেই অৱস্থাৰপৰা চেতনা পাই যেন দয়ানন্দই যতুনাথলৈ চাই চায়েই চিদানন্দ আৰু সৌৰভৰ বাউসিত ধৰি বৰ জোৰেৰে জোকাৰি দিলে। এইবাৰ তিনিওজনেই ভয়ংকৰ দৃষ্টিৰে পৰি থকা মানুহজনলৈ চাই থাকিল। প্ৰত্যেকেই সেপ গিলি গিলি সোঁহাত কিখন যতুনাথৰ ফালে মেলি ধৰিলে, কিন্তু কিবা এক আশ্চৰ্য শক্তিৰ প্ৰভাৱত তেওঁলোকে যেন এখোজো আগলৈ যাব নোৱাৰা হ'ল।

বহল বহল চকুৰে ইজনে সিজনলৈ চালে। এইবাৰ যেন কোনো এক মায়াৰ বান্ধোন জোৰেৰে চিঙি তেওঁলোক গৈ যতুনাথৰ শৰীৰৰ কাষত আঁঠুকাঢ়ি বহিলগৈ।

দীঘল হুমুনিয়াহ কাঢ়ি তিনিও আথেবেথে যতুনাথক দাঙি বিচনাত শুৱাই দিলে।

দয়ানন্দই বটলটো নি বাথৰুমৰ পানীত ধুই মোহাৰি বেগত ভৰালে। ডালমুট বাদাম। বাকী থকাখিনিও বেগত ভৰালে। বেগৰ পৰাই চেণ্টৰ বটল এটা উলিয়াই তেওঁ কোঠাটোৰ চাৰিওফালে জোকাৰি গ'ল। এইবাৰ তিনিওজন আহি চোফাত বহিলহি। দৃষ্টি যতুনাথৰ প্ৰতি।

দোকমোকালিতে দুৱাৰত টোকৰ পৰিল। পৰিবাৰে এই সময়তে স্বামীক ঔষধ খুৱায়। প্ৰথম টোকৰত কোনেও দুৱাৰ খুলি দিবলৈ উঠি নগ'ল, মানে খুলি দিবলৈ সাহস নকৰিলে। দুৱাৰত আৰু দুবাৰ টোকৰ পৰিল। দুৱাৰ এইবাৰ খোল খালে। কোঠাত সোমায়েই পৰিবাৰে মজিয়াত তেজ দেখা পাই এটা চিঞৰ মাৰি মজিয়াতে পৰি গ'ল।

সেই ঘটনাৰ তৃতীয় দিনা যতুনাথৰ মৃত্যু ঘটিল।

আবেলি শ্মশানৰপৰা আহি দয়ানন্দৰ ঘৰ'ত তিনিওজন বহিল।

বেজাৰত তেওঁলোক ম্ৰিয়মান। কিছু সময়লৈ কাৰো মাতবোল নাই।

হঠাতে এক প্ৰচণ্ড বিস্ফোৰণ ঘটাই চিনিয়ৰ মেজিষ্ট্ৰেই দয়ানন্দই টেবুলত এটা ভুকু মাৰি ক'লে, "উই আৰ, আই ৰিপিট, উই আৰ এণ্ড নউবদি এল্‌ছ, ৰেছ্‌পনছিব্‌ল ফৰ হিজ ম'ষ্ট ট্ৰেজিক ডেইথ্‌।"

এই বুলি দযানন্দই জোৰেৰে গৈ খিৰিকীখন খুলি দিলে। ঘৰৰ কাষেদি চিৰকাল বৈ থকা জৰণাৰ কল কল শব্দ তাৰ কাণত পৰিলহি। কাণত পৰিলহি তাৰ দূৰৰ ৰাজআলিযেদি দুৰন্ত গতিত গৈ থকা যান-বাহনৰ শব্দ।

জৰণাৰ আৰু যান-বাহনৰ অহৰহ শব্দ কিছু সময় কাণপাতি শুনি এইবাৰ্ খৰকৈ আহি দয়ানন্দই ড্ৰয়াৰৰ পৰা হুইস্কিৰ বটল এটা উলিয়াই আনি মুহূৰ্ত্ততে কৰ্কটো খুলি মেজত থলে।

# স্বপ্ন

গাঁৱৰ লগত সম্পৰ্ক শিথিল হৈ আহিছিল।

নিজৰ জন্মস্থানলৈ সঘনে যোৱাৰ প্ৰৱল ইচ্ছা সত্ত্বেও যাব পৰা নাই, বহুদিন যাব পৰা নাই। সেইফালে নোযোৱাটো অভ্যাসত পৰিণত হৈছে। মানে, সেইফালে যাবৰ সময়ত ভালেমান সমস্যাৰ সৃষ্টি হয়, যোৱাৰ প্ৰয়োজনৰ বিপৰীতে নোযোৱাৰ কাৰণবোৰ এটা এটাকৈ প্ৰকট হৈ উঠে। অথচ, ৰেলেৰে বা বাছেৰে মাত্ৰ আঠ-ন ঘণ্টাৰ বাট, ৰাতিৰ বাছত গৈ এদিন থাকি পিছদিনা ৰাতিৰ বাছত উভতি আহিব পাৰি। গাঁৱৰ সন্মুখৰ বিশাল মুকলি পথাৰৰ পৰা উটি অহা বতাহ সেৱন কৰাৰ ইচ্ছা প্ৰবল হয়, কিন্তু নগৰৰ ধূলি আৰু যানবাহনৰ অহৰহ এক যেন যাদুমিশ্ৰিত আকৰ্ষণে সেই আশা মাটি কৰি দিয়ে, যেন ধূলি আৰু হুলস্থূলৰ লগত জীৱনৰ সম্পৰ্ক অতি গভীৰ : এই সম্পৰ্ক বিচ্ছিন্ন কৰাটো এই জীৱনৰ বাবে যেন কোনোপধ্যেই সম্ভৱ নহয়।

অথবা গাঁৱৰ বিষয়ে মনৰ মাজত পুঞ্জিত হৈ থকা বহুদিনৰ মধুৰ কল্পনাৰ অৱসান ঘটে বুলিও গাঁৱলৈ যাবলৈ মনত সংশয়ৰ সৃষ্টি হ'ব পাৰে। জীৱনত বহুত স্বপ্ন, বহুত কল্পনা ইতিমধ্যে এটাৰ পিছত এটাকৈ নিঃশেষ হৈ আহিছে। আৰু এক স্বপ্নভঙ্গৰ বেদনাৰে মন ভাৰাক্ৰান্ত কৰাৰ সাহস নাই। কাৰণ, এই দ্ৰুত পৰিবৰ্তিত কালত গাঁওখন যে আগৰ দৰে মনোৰম হৈয়েই আছে, সেই কথা ভাবিবলৈ মনত সাহস আৰু ভৰসা নহয়।

এনেতে খবৰ পালো সুভদ্ৰা জেঠাইৰ আশী বছৰীয়া জন্মোৎসৱ ব্যাপকভাৱে পালনৰ আয়োজন হৈছে। বাতৰিকাকতত এই বাতৰি বিস্তৃতভাৱে প্ৰকাশ পাইছে। ইতিমধ্যে মহো উৎসৱ সমিতিৰ পৰা

নিমন্ত্ৰণী চিঠি পালো, লগতে সেই স্মৰণীয় উপলক্ষে প্ৰকাশিত হ'ব লগা স্মৃতিগ্ৰন্থৰ বাবে প্ৰবন্ধ এটা লিখাৰ দায়িত্বও মোৰ ওপৰত অৰ্পণ কৰা হৈছে।

আন কেবাটাও কাম পিছুৱাই থৈ, দুৰাতি ৰেলেৰে উত্তৰ ভাৰতৰ প্ৰচণ্ড শীতৰ মাজেৰে গৈ দেশৰ ৰাজধানীত কোনো এখন সভাত যোগ দিয়াৰ বহুদিনীয়া আশা বহু কষ্টেৰে দমাই, সুভদ্ৰা জেঠাইৰ জন্মোৎসৱত যোগ দিয়াৰ সিদ্ধান্ত কৰিলো। সুভদ্ৰা জেঠাইক এবাৰ চাই অহাৰ বাবে মন উত্ৰাৱল হ'ল ঃ এই প্ৰৱল আকৰ্ষণ গাঁৱৰ প্ৰতি ঠিক নহয়, এই আকৰ্ষণ আমাৰ অতি আদৰৰ আৰু শ্ৰদ্ধাৰ জেঠাইৰ প্ৰতিহে, এগৰাকী কিম্বদন্তীত পৰিণত হোৱা বৰণীয় নাৰীৰ ব্যক্তিত্বৰ প্ৰতি।

জানিবলৈ পালো, জন্মোৎসৱ তিনিদিনীয়াকৈ পালন কৰা হ'ব। মুক্তিযুজাৰু সন্মিলনৰ পক্ষৰ পৰা এই আয়োজন বহুদিনীয়া পৰিকল্পনাৰে কৰা হৈছে যদিও, চৰকাৰৰ পক্ষৰ পৰা ও সকলো ধৰণৰ সাহায্য আগবঢ়োৱা হৈছে। দিল্লীৰ পৰা টেলিভিশ্যনৰ ছবি ল'বলৈয়ো মানুহ আহিব। অনুষ্ঠানত কমেও পাঁচ-ছয় হেজাৰ মানুহ সমবেত হ'ব, মানুহ আহিব অসমৰ বিভিন্ন স্থানৰ দিশৰ পৰা। স্বাধীনতা আন্দোলনত যোগ দিয়া বয়সস্থ লোকসকলতো আহিবই সুভদ্ৰা জেঠাইক চিনি নোপোৱা, অথবা তেওঁৰ নাম নুশুনা মানুহ, বিশেষ আগৰ চামৰ মাজত, বোধকৰো সমগ্ৰ ৰাজ্যতে নাই।

ভাৰতৰ কেবাগৰাকীও মুক্তি যুঁজাৰুৱে আইতালৈ শুভেচ্ছা-অভিনন্দন জনাই চিঠি-টেলিগ্ৰাম পঠিয়াইছে।

উৎসৱৰ দুদিনৰ আগতে মোৰ জন্মস্থান অৰ্জুনপুৰলৈ গৈ দেখিলো, আয়োজন বাস্তৱিকতে ব্যাপক হৈছে। অৰ্জুনপুৰবাসীৰ গতানুগতিক স্থবিৰ জীৱনলৈ বহুত বছৰ পিছত জোৱাৰ আহিছে। স্বাধীনতা আন্দোলনৰ পিছত কোনো উল্লেখযোগ্য উদ্দীপনা অথবা উত্তেজনা দেখা নগৈছিল সেই অঞ্চলত ঃ বিয়া-সবাহ ভাওনা, কেতিয়াবা নিৰ্বাচন-প্ৰচাৰৰ

দুদিনীয়া উদ্দীপনা—তাৰ বাহিৰে এই ঠাইৰ মানুহক উত্তেজিত কৰিব পৰা একো নাছিল। প্ৰখৰ সূৰ্য্যৰ উত্তাপত বিশাল পথাৰৰ ওপৰেদি উৰি অহা বতাহৰ দৰেই আছিল তাৰ মানুহৰ জীৱন। নিঃসঙ্গ, নিৰ্জন। সেই ঠাইলৈকে বিয়াল্লিছৰ আন্দোলনৰ দৰে প্ৰাণ-চাঞ্চল্য উভতি আহিছে আৰু তাৰ মূল আকৰ্ষণ, কেন্দ্ৰমণি হ'ল আমাৰ সুভদ্ৰা জেঠাই।

ঘৰৰ আগৰ পথাৰত ডাঙৰ ডাঙৰ ৰভা তৰা হৈছে, নিৰ্মিত হৈছে ওখ মঞ্চ। স্থানীয় মানুহৰ লগতে চৰকাৰী বিষয়া আৰু কৰ্মীৰ তৎপৰতা। নগৰৰ পৰা অনা হৈছে চকি, তিৰপাল, দলিচা ৰঙীণ কাপোৰ আদি। দূৰৈৰ পৰা অহা মানুহৰ বাবে কৰা হৈছে থকা মেলা-খোৱাৰ বিশেষ ব্যৱস্থা। ইতিমধ্যে আহি পাইছেহি সুদূৰ দিল্লীৰ পৰা টেলিভিশ্যনৰ এটা দল। ৰেডিঅ'ৰ লোকো আহিছে। বহুদূৰৰ পৰা অনা হৈছে বিজুলী তাঁৰ, দুটা ডাঙৰ জেনেৰেটৰো মজুত ৰখা হৈছে। জাক জাক জোনাকী পৰুৱা আৰু ধনগুলৈৰ পোহৰে কেৱল পোহৰ কৰা অমাৱস্যাৰ ৰাতি ৰাশি ৰাশি বিজুলী চাকিৰে উদ্ভাসিত, মনোৰম হৈ পৰিছে।

সুভদ্ৰা জেঠাই বিচনাতে দুটা গাৰুৰ ওপৰত ভেজা দি আছে। মুখত তেওঁৰ কিন্তু অনৰ্গল কথা। সেই আমাৰ সুভদ্ৰা জেঠাই: চেহেৰাত চুলিত বাৰ্দ্ধক্যৰ চিন প্ৰকট, কিন্তু কথা বতৰাত বাৰ্দ্ধক্যৰ সামান্য লক্ষণো নাই।

হাপানী ৰোগত আক্ৰান্ত সুভদ্ৰা। পঁচিশ বছৰৰ পুৰণি এই ৰোগ। প্ৰথম অৱস্থাত কবিৰাজৰ দৰব খাইছিল, আজি বহুদিন খোৱা নাই। চাৰি-পাঁচদিন একেলগে লঘোণ দি আৰু ইচ্ছামতে উশাহ নিয়ন্ত্ৰণ কৰি তেওঁ এই ৰোগ নিয়ন্ত্ৰণ কৰিবলৈ যত্ন কৰে, কিন্তু হঠাতে কেতিয়াবা তেওঁ উশাহ লওঁতে দাৰুণ যন্ত্ৰণা ভোগ কৰিব লগা হয়। দুদিনমানৰ আগতে নগৰৰ পৰা এজন চৰকাৰী ডাক্তৰ আহিছিল। সুভদ্ৰা জেঠাইক ভালেমান সময় চাই তেওঁ দৰব দিব খুজিছিল। তেওঁ দৰব খাবলৈ অমান্তি হ'ল। ডাক্তৰে যেতিয়া ক'লে যে, জন্মোৎসৱৰ কেইদিন তেওঁ সুস্থ হৈ

থকাটো চৰকাৰে আৰু সগতে তেওঁৰ গুণমুগ্ধ ৰাইজে কামনা কৰে, তেতিয়া তেওঁ স্থিৰ দৃষ্টিৰে ডাক্তৰৰ মুখলৈ চাই দৃঢ় অথচ ভদ্ৰভাৱেই ক'লে, "ডাক্তৰ, মই তোমালোকৰ আনন্দৰ বাবে ঔষধ খাব নোৱাৰো। তুমি আহিলা, বৰ ভাল পালো, বোপাই, চাহ-জলপান খাই যাবা।"

ডাক্তৰে ঘৰৰ মানুহক পৰামৰ্শ দি গ'ল যাতে "বুঢ়ীৰ ভাত-ডাইল ভাজৰ লগত দৰবৰ পিল গুৰি কৰি মিহলাই" দিয়া হয়। ঘৰৰ আন এটা কোঠাত অক্সিজেনৰ সৰু চিলিন্দাৰ এটাও গোপনে ৰখা হ'ল।

জন্মোৎসৱত সুভদ্ৰাৰ বৈপ্লৱিক জীৱনৰ কেবাটাও স্মৰণীয় ঘটনা পুনৰাবৃত্তি কৰি অভিনয়ৰ যোগেদি দেখুওৱা হ'ব। সেই বয়সৰ, মানে সুভদ্ৰাৰ সেই বয়সৰ, এগৰাকী তিৰোতা বিচাৰি উলিওৱা হ'ল—সুভদ্ৰাৰ সেই বয়সৰ চেহেৰা, খোজ কাটল আৰু অফুৰন্ত উল্লাস আৰু দৃঢ়তাৰ চেহেৰাৰ লগত হুবহু মিলা। দেখুওৱা হ'ব সৱৰমতি আশ্ৰমৰপৰা মহাত্মা গান্ধীৰ লগত সুভদ্ৰাই কেনেকৈ প্ৰচণ্ড গতিৰে লবণ আইন অমান্য যাত্ৰাত যোগ দিছিল। দেখুওৱা হ'ব বিয়াল্লিছৰ আন্দোলনত কেনেকৈ তেওঁ কাছাৰীৰ আগত জাতীয় পতাকা উত্তোলনৰ বাবে আগুৱাই গৈছিল: পুলিচে তেওঁক প্ৰহাৰ কৰি থাকিব, তেওঁ বন্দে-মাতৰম ধ্বনি কৰি আগুৱাই থাকিব, মাৰি তেওঁক পেলাই দিব, তেওঁ বগুৱাবাই পতাকাখন ওপৰলৈ ধৰি যাব। পুলিচ-মিলিটেৰীয়ে ঘেৰা বিশাল ৰাজহুৱা সভাত কেনেকৈ তেওঁ বক্তৃতা দিছিল তাৰ পুনৰাবৃত্তি হ'ব: সেই উদাত্ত কণ্ঠস্বৰ: দুয়োখন হাত জোকাৰি পুলিচ মিলিটেৰীক কটুবাক্যৰে থকা-সৰকা কৰা দৃশ্য। এবাৰ সৰু ল'ৰা এটাক প্ৰহাৰ কৰি থকা পুলিচ এটাৰ পৰা লাঠিডাল কাঢ়ি তেওঁ তেওঁক মাৰিবৰ বাবে বুকুপাতি দিছিল। পুলিচটোৱে সুভদ্ৰাৰ দৃঢ় চকুলৈ চাই পিচ হুহকি গৈছিল। সেই দৃশ্য অভিনীত হ'ব। অভিনীত হ'ব সেই দৃশ্য যেতিয়া সুভদ্ৰাই জিলাৰ বৃটিছ জিলাধিপতিক হাত জোকাৰি কৈছিল— চাহাব, ফাটেকৰ নিৰ্দেশ দি তুমি কাক ভয় খুৱাব খুজিছা? গোটেই দেশখনকে

তোমালোকে ফাটেক কৰিছা, ডাঙৰ ফাটেকৰ পৰা সৰু ফাটেকলৈ আমাক সুমুৱাই তুমি কি গৰ্ব কৰিবলৈ আহিছা ?”

সুভদ্ৰাই ক'ব খুজিছিল, ‘এইবোৰ দেখুৱাই আজিকালি কাৰ কি লাভ হ'ব ?” জীয়েক লাৱণ্যাই ক'লে, “বাইজে যি ইচ্ছা কৰিছে, কৰক। বাধা দিলে বেয়া পাব।”

লাৱণ্য অবিবাহিতা। মাকৰ লগত থাকে। বয়স প্ৰায় ষাঠি বছৰ।

জন্মোৎসৱৰ আগদিনা সুভদ্ৰা জেঠাইৰ ঘৰত এখন সাংবাদিক মেল বহিল।

কেৱল অসমৰে নহয়, বাহিৰৰো কেইজনমান খ্যাতনামা সাংবাদিক আহিছিল। স্বাধীনতা সংগ্ৰামত এগৰাকী নাৰীয়ে কি মহৎ আৰু বীৰত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰিব পাৰে, সহ্য কৰিব পাৰে কি নিদাৰুণ অত্যাচাৰ, হেজাৰ হেজাৰ মানুহক কি যাদুৰ বলেৰে মুক্তিযুদ্ধৰ মাজলৈ অহৰহ আকৰ্ষণ কৰিব পাৰে, নিজৰ ঘৰখন কেনেকৈ অজস্ৰ মুক্তিযুঁজাৰুৰ আশ্ৰমত পৰিণত কৰিব পাৰে, নিজৰ জীৱনকালতে যি পৰিণত হ'ব পাৰে কিম্বদন্তীত, সেই কথা কাণপাতি শুনি সমগ্ৰ ভাৰতত প্ৰচাৰ কৰি আজিৰ এই অশান্ত প্ৰত্যয়হীন কালৰ মানুহক বিগত দিনৰ এক ধ্ৰুপদী অধ্যায় শুনোৱাই হ'ল সাংবাদিকসকলৰ লক্ষ্য।

সাংবাদিকসকল বহা কোঠাত সুভদ্ৰাক এখন বিচনাত বহুৱা হ'ল। কাষত জীয়েক লাৱণ্য। সুভদ্ৰাৰ পৰিধানত দামী অসমীয়া পাটৰ ৰিহা-মেখেলা, খদ্দৰৰ পাতল ৰঙৰ ব্লাউজ, খদ্দৰৰে এখন চাদৰ। এখন কাশ্মীৰী শ্বাল গাত তেওঁ লৈছে। লাৱণ্যয়ো পিন্ধিছে দামী পাটৰ ৰিহা-মেখেলা, ৰিহা তাই লোৱা নাই, লৈছে আশী নম্বৰী সূতাৰ ফুলবছা চাদৰ। ঘৰৰ আৰু সম্পৰ্কীয় সকলোও নতুন পোচাক পৰিধান কৰিছে। সুভদ্ৰাৰ চাৰিওফালে তেওঁলোক বহিছে। টেলিভিশ্যনৰ কেমেৰালৈ তেওঁলোকৰ চকু। কেবাজনো ফটোগ্ৰাফাৰে ছবি তুলিছে, এক হুলস্থুলীয়া পৰিবেশৰ সৃষ্টি হয়, দুজনমানে সুভদ্ৰাৰ আগত আহি থিয় হয়হি। ফটোগ্ৰাফাৰে তেওঁলোকক আঁতৰিবলৈ কয়।

এজন ফটোগ্ৰাফাৰে অতীষ্ঠ হৈ এজনক বাউসীত ধৰি আঁতৰাই দিলে। ফটোগ্ৰাফাৰ সুভদ্ৰা জেঠাইৰ আপোন মানুহক অপমান কৰিলে বুলি হুলস্থুল লাগিল। দুজন বয়সস্থ মুক্তিযু জাৰুৰ মধ্যস্থতাতে শান্তি বিৰাজ কৰিলে।

খং উঠি সুভদ্ৰাই তাৰ পৰা আঁতৰি যোৱাৰ আশঙ্কাত শাৰণ্যাই মাকৰ হাত এখনত জোৰেৰে ধৰি আছে।

এজন সাংবাদিকে সুধিলে, "লবণ আইন ভঙ্গ কৰোতে মহাত্মা গান্ধীৰ লগত আপুনি ডাণ্ডিলৈ যাত্ৰা কৰিছিল। গান্ধীৰ লগত খোজ মিলাই ইমান দ্ৰুতগতিৰে আপুনি যাব পাৰিছিল?"

সুভদ্ৰা জেঠাইৰ মুখত সেই সদা-সন্তুষ্ট হাঁহি বিৰিঙিল। তেওঁ ক'লে, "তাক এতিয়া ভাবি স্বপ্নৰ দৰে লাগে। এফালে মহাত্মাৰ সং আৰু আনফালে আইন অমান্য। তেতিয়া গাত ইমান তেজ উঠিছিল যে ইমান দূৰ লৰি যোৱাৰ দৰে গৈযো অকণো ভাগৰ নেলাগিছিল।"

প্ৰশ্ন: পুলিচে বাধা দিয়া নাছিল?

উত্তৰ: পুলিচে বাধা নিদিবনে, দিছিল। কিন্তু বলিয়া সত্যাগ্ৰহীযে পুলিচলৈ জানো ভয় কৰে? কিন্তু তোমালোকে জানি থবা, পুলিচৰ মাজতো ভাল মানুহ দুই চাৰিটা আছিল। এটা পুলিচে মোক লাঠিৰে কোবাইছিল, এনেতে কৰবাৰ পৰা আন এটা পুলিচ লব মাৰি আহি সিটো পুলিচৰ আগত থিয় হৈ মোক বেগেতে তাৰ পৰা আঁতৰিবলৈ কৈছিল। এবাৰ এটা পুলিচে মোক মাৰিবলৈ লৈ কিবা এষাৰ অশ্লীল কথা কৈছিল। মই তাৰ লাঠিডাল দুহাতেৰে ধৰি খঙাল চকুৰে তাক সুধিলো সি তেনে এষাৰ কথা তাৰ আপোন ভনীয়েকক ক'ব পাৰিব নে নাই? সি থতমত খাই তললৈ মূৰ কৰি পিছহুহকি গ'ল।

প্ৰশ্ন: আপুনি শিক্ষিতা?

উত্তৰ: জীৱনৰ শিক্ষা নে স্কুলৰ শিক্ষা? মহাত্মা গান্ধীৰ আদেশ অনুসৰি দেশৰ স্বৰাজৰ বাবে জীৱন উছৰ্গা কৰিছিলো। তাতকৈ ডাঙৰ জীৱনৰ শিক্ষা কিবা থাকে নেকি?

সাংবাদিকসকলে ইজনে সিজনৰ চকুলৈ চালে।

সাংবাদিকজনে ক্ষমা প্ৰাৰ্থনাৰ সুৰত ক'লে, 'মই স্কুলীয়া শিক্ষাৰ কথাহে সুধিছিলো।"

উত্তৰ. মই তেতিয়াৰ দিনত মাইনৰ স্কুলৰ পৰীক্ষা দি বৃত্তি পাইছিলো। তাৰ পিছত ৱাৰ্দ্ধাত মই হিন্দী শিক্ষা লাভ কৰিছিলো। তেতিয়াই মহাত্মা গান্ধীক লগ পাওঁ।

প্ৰশ্ন. শিৱসাগৰৰ কাছাৰীত পতাকা তোলোতে আপোনাক পুলিচে গুৰুতৰভাৱে মাৰিছিল? আপুনি শৰীৰত কিমান কষ্ট পাইছিল?

সুভদ্ৰাই খন্তেক লাৱণ্যৰ ফালে চাই ক'লে, "তাৰ বাবে মই আগৰে পৰা সাজু হৈছিলো। ভাৰতৰ মানুহৰ আটাইতকৈ ডাঙৰ শত্ৰু আছিল ভয়, মৌজাদাৰৰ টেকেলা এটাক দেখিও আমি ভয় খাইছিলো। মহাত্মা গান্ধীৰ ডাঙৰ শিক্ষা আছিল সেই ভয় মনৰ পৰা দূৰ কৰা। সেই কথা মই পালন কৰিছিলো। ভয় কাক বোলে মই পূৰাকৈ পাহৰি পেলাইছিলো। পুলিচৰ লাঠিৰ মাৰ কেনেকৈ সহ্য কৰিব লাগে, তাৰ বাবে মই নিজকে সাজু কৰি লৈছিলো। আমাৰ আদৰ্শ আছিল সত্যৰ ওপৰত প্ৰতিষ্ঠিত। সেই কাৰণে মই এনেকৈ ভাবিছিলো যে, শৰীৰৰ ওপৰত শাস্তি হ'লে মনে তাক পূৰাভাৱে আওকাণ কৰিব পাৰে। শৰীৰটো এটা জড়িত যোৱা মৰণশীল বস্তু, মন হ'ল মুক্ত, মনৰ মৰণ নাই। দুয়োটাকে একে বুলি ভাবিলেই শৰীৰৰ ওপৰত হোৱা অত্যাচাৰ মনে সহ্য কৰিব নোৱাৰে। শৰীৰৰ ওপৰত মনৰ শাসন চলিলে শৰীৰৰ ওপৰত যিয়েই হওক মনে তাৰ খবৰ নকৰে। সেই বিশ্বাস মতেই মই পুলিচৰ লাঠিৰ মাৰ হাঁহি হাহি স'ব পাৰিছিলো। মনটোৱেই আচল কথা।"

কিছুসময়ৰ বাবে সকলো নীৰৱ। ৰাজনীতিসৰ্বস্ব কালত জীয়াই থকা ডেগৰাকীমান কম বয়সৰ সাংবাদিকে হয়তো ভাবিছিল যে, বন্ধাই এনেধৰণৰ কথা ক'বলৈ আগৰে পৰা সাজু হৈছিল। কিন্তু সুভদ্ৰাই সাংবাদিক মেল হ'ব বুলি তাৰ আগমুহূৰ্তলৈকে জনা নাছিল।

তাত উপস্থিত থকা কেইগৰাকীমান মুক্তিযুঁজাৰু সুভদ্ৰাৰ এই কথাত অভিভূত হ'ল। শৰীৰৰ ওপৰত হোৱা অত্যাচাৰৰ এনে মহৎ ব্যাখ্যা তেওঁলোকে আগতে এনেদৰে শুনা নাছিল।

সাংবাদিকসকলৰ বেছিভাগে পৰম শ্ৰদ্ধাৰ ভাৱেৰে তেওঁলৈ কিছু সময় চাই থাকিল।

প্ৰশ্ন ঃ আপোনাৰ স্বামী মৌজাদাৰ আছিল। আপোনাৰ দেশ-সেৱাৰ কামত তেওঁ বাধা দিয়া নাছিল ?

উত্তৰ ঃ স্বামীৰ ওপৰত মোৰ শ্ৰদ্ধা অটুট আছিল। তেওঁৰ পাৰ্য-মানে সেৱা-শুশ্ৰূষা কৰিছিলো। মোৰ দেশসেৱাৰ কামত তেওঁ অকণো বাধা দিয়া নাছিল। বাধা দিয়াহেঁতেনো অৱশ্যে মই নেমানিলো-হেঁতেন।

ইতিমধ্যে সাংবাদিকসকলৰ হাতত এখন পুস্তিকা দিয়া হ'ল, সুভদ্ৰাই লিখা—"মহাত্মাৰ কাষে কাষে।" গান্ধীৰ লগত থকা তেওঁৰ দিনবোৰৰ এক মৰ্মস্পৰ্শী বিৱৰণ। জন্মোৎসৱ উপলক্ষে এই কিতাপখনি পুনৰ মনোৰমভাৱে প্ৰকাশিত হৈছে।

সাংবাদিকসকলৰ আৰু অনেক প্ৰশ্ন বৃদ্ধাই উদাত্ত কণ্ঠে স্পষ্টভাৱে দিলে। তেওঁলোকৰ শেষ প্ৰশ্ন আছিল ঃ "শুনিছো, আপুনি ৰাজনৈতিক পেন্সন লোৱা নাই। তাৰ কাৰণ ?"

সেই একেই উদাত্ত কণ্ঠেৰে তেওঁ উত্তৰ দিলে, "ইযাৰ উত্তৰ মই আগতে বহুতক দিছো—ৰজাঘৰক দিছো, প্ৰজাঘৰক দিছো। মোৰ উত্তৰ হ'ল এয়া ঃ অসুখত পৰি থকা নিজৰ মাতৃক শুশ্ৰূষা কৰি পইচা বিচৰাটো কেনে কথা হয় ?"

জন্মোৎসৱ আৰম্ভ হ'ল।

বহুদিনৰ পৰিকল্পনা মতে নিৰ্দিষ্ট সময়ত নিৰ্দিষ্ট কাৰ্যসূচী ৰূপায়িত হ'ল। আকাশে-বতাহে বন্দে-মাতৰম ধ্বনি উঠিল। ধ্বনিত প্ৰতিধ্বনিত হ'ল চাৰিওফালে দেশ প্ৰেমমূলক গীত। অসমৰ বাহিৰৰ, অসমৰ ভিতৰৰ কেবাজনো মুক্তিযুঁজাৰুৱে, বৰ্তমান যুগৰ কেবাজনো যুৱক-

যুৱতীয়ে সুদীৰ্ঘ বক্তৃতা দিলে। ওখ গাৰুত আউজি সুভদ্ৰা জেঠায়ে কেতিয়াবা চকু মেলি, কেতিযাবা চকু মুদি, নিজৰ ৰাশি ৰাশি প্ৰশংসা শুনিলে। কেতিয়াবা ধ্যানমগ্ন অৱস্থাত বৃদ্ধাই ভাবিলে, এই ৰাশি ৰাশি বক্তৃতা, প্ৰশংসা, অজস্ৰ খৰচৰ পিছত কাৰ কি লাভ হ'ব ।

কেবাদিনৰ আগৰে পৰা জীয়েক লাৱণ্যই মাকক কৈ আছে, 'বৌ, সভালৈ বহুত মানুহ আহিব, নেতাসকল আহিব, তোক আদৰ জনাবলৈ আহিব। তোৰ কথা শুনি ৰাজ্যৰ মানুহে বেযা পায় বুলি মোৰ ভয় লাগে। তই সঁচা কথাকে কবি বুলি জানিছো, কিন্তু ...।"

মাকে মৰমৰ মাতেৰেই ক'লে, "তোৰ বয়স বাঢ়িলেও জ্ঞান বঢ়া নাই। মোৰ কবলগীযাখিনি তইঁতি বেযা পালে পাবি, মোৰ কি হ'ব ?"

লাৱণ্যৰ বিযা নহ'ল মাক সুভদ্ৰাৰ বাবে।

ই এটা মৰ্মস্পৰ্শী অধ্যায।

বিযাল্লিছৰ আন্দোলনৰ ভৰপক। এদিন দুপৰ ৰাতি, এজন ডেকা মুক্তিযুঁজাৰু আহি হাজিৰ হ'লহি সুভদ্ৰাৰ ঘৰৰ দুৱাৰমুখত। তাক আশ্ৰয় লাগে, সি পলাতক, পুলিচে তাৰ পিছ লৈছে। পুলিচৰ অত্যাচাৰলৈ ভয় কৰি ঘৰৰ আন মানুহে তাক বঞ্চিত কৰিব খুজিছিল, কিন্তু ভিতৰৰ পৰা স্পষ্ট মাতেৰে সুভদ্ৰাই নিৰ্দেশ দিলে, "তেওঁক ভিতৰলৈ সোমাই আহিবলৈ দে।"

মুক্তিযুঁজাৰুৰ বাবে সুভদ্ৰাই সদায ভাতপানী যোগাৰ কৰি ৰাখে। দিনটোৰ যিকোনো সময়তে মুক্তি যুঁজাৰুৱে আহি ভাত-পানী খাই যাব পাৰে।

ডেকাজনে ভাতপানী খাই পৰম শান্তিৰে শুলে।

সি কেবাদিনো সুভদ্ৰাৰ ঘৰত থাকিল। লাৱণ্যই আলপৈচান ধৰিলে। দুয়োটাৰে উন্মুক্ত যৌৱন। মাকে তাক আদৰ কৰা দেখি লাৱণ্যয়ো তাক আদৰ কৰিলে। মাকে দেশক ভাল পায়, এই যুৱকেও দেশক ভাল পায়—এনে এক আশ্চৰ্য মিলে লাৱণ্যক তাৰ কাষলৈ

আকৰ্ষণ কৰিলে। কি নিৰ্মল তাৰ দেশপ্ৰেম, কি মহান তাৰ আদৰ্শ, কি সুন্দৰভাৱে সি কথা ক'ব পাৰে, কি যৌৱনোদ্দীপ্ত তাৰ চেহেৰা। ডেকাই দেখিলে, সন্মুখত এই গাভৰু কোনো এক পৰীৰ দৰে, পবিত্ৰ সুন্দৰ আৰু আদৰ্শনীয়া।

সুভদ্ৰা ঘৰৰ পৰা ওলাই যায় দেশৰ মুক্তিৰ সন্ধানত। ডেকাই ঘৰৰ ভিতৰত থাকি তেওঁৰ কন্যাৰ হৃদয় আৰু শৰীৰ স্পৰ্শ কৰে।

এদিন ডেকাই বিদায় ললে।

মাতৃৰ দৃষ্টিৰ পৰা কন্যাৰ কোনো কথাই গোপনে নেথাকে। সুভদ্ৰাই ডেকালৈ চিঠি লেখিলে এই বুলি, আন্দোলনৰ পিছতে তোমাৰ প্ৰথম কাম হ'ব লাৱণ্যক গ্ৰহণ কৰা। তুমি কেৱল তাইৰ অন্তৰক স্পৰ্শ কৰি যোৱা নাই, শৰীৰো স্পৰ্শ কৰি গৈছা। মনত ৰাখিবা, মোৰ জীৱিত কালত আন কোনো পুৰুষক তাইৰ শৰীৰ স্পৰ্শ কৰিবলৈ মই নিদিওঁ। মোৰ গোটেই জীৱন এক আদৰ্শ আৰু নীতিৰ ওপৰত থিয় হৈ আছে।

ডেকাই লাৱণ্যক পত্নী বুলি গ্ৰহণ কৰাৰ বাৰে বাৰে প্ৰতিশ্ৰুতি দিলে।

জেলত সুভদ্ৰাই ডেকাক লগ পালে। লাৱণ্যই পৰম যত্নেৰে খোৱা বস্তু পঠিয়াই দিয়ে জেললৈ, তাৰে এটা ভাগ লাৱণ্যই ডেকাক খাবলৈ দিয়ে।

দিন অতিবাহিত হয়। দেশে স্বাধীনতা লাভ কৰে। ডেকা আহিব আহিব বুলি সুভদ্ৰা আৰু লাৱণ্য অনন্ত অপেক্ষাত থাকে। ডেকাই ইতিমধ্যে নিজক নেতা হিচাপে গঢ় দি লয়। জীৱনৰ, যৌৱনৰ অতীতৰ সকলো দায়িত্ব প্ৰতিশ্ৰুতি পাহৰি সি নিজৰ পাৰ্থিৱ ভৱিষ্যত সুদৃঢ় কৰি লয়।

এদিন খবৰ আহিল কোনো এক আঢ্যৱন্ত পৰিয়ালৰ কন্যাৰ লগত ডেকাৰ বিয়া।

সেইদিনা সুভদ্ৰাই এক ভয়ঙ্কৰ অদ্ভুত দৃশ্য দেখিবলৈ পালো। বিচনাত উচুপি কান্দি আছিল লাৱণ্য। সুভদ্ৰাই দেখিলে, একেটা

দিনৰ ভিতৰতে যেন কুৰিবছৰীয়া লাৱণ্য পৰিণত হৈছে পঞ্চাশ বছৰীয়া মৃত্যুমুখী তিৰোতাত। চকুৰ তলত ক'লা ডাগ, শুকান ওঁঠ, দুৰ্বল কণ্ঠস্বৰ, অৱশ হাত-ভৰি। এই দৃশ্যই তেওঁক ভীষণভাৱে ভয় খুৱালে। দিনে-ৰাতিয়ে তাইৰ তেওঁ শুশ্ৰূষা কৰিলে, জীৱনটো যে হাঁহি আনন্দ নহয়, তাইক বুজাই দিলে।

বিয়াৰ প্ৰস্তাৱ আহিল। সুভদ্ৰাই গোপনে লাৱণ্যৰ মনৰ প্ৰতিক্ৰিয়াৰ সম্ভেদ ল'লে। তাই বিয়াৰ বাবে সাজু। তাই জানে, সেই ডেকাই তাইৰ শৰীৰ স্পৰ্শ কৰিব পাৰে, কিন্তু তাইৰ সতীত্ব অক্ষুণ্ণ।

সুভদ্ৰাৰ মন আতঙ্কিত হ'ল। তেওঁৰ ছোৱালী হৈ তাই ইমান চৰিত্ৰহীন হ'ব পাৰিলে কেনেকৈ ?

তেওঁ স্পষ্টভাৱে ঘোষণা কৰিলে, লাৱণ্যৰ বিয়া কোনোপধ্যেই সম্ভৱ নহয। তাইৰ মন আৰু শৰীৰ এজনে স্পৰ্শ কৰি গৈছে।

এখনৰ পিছত সিখনকৈ বিয়া ভাগিল।

মাকৰ আশ্ৰয়, মাকৰ শাসন অতিক্ৰম কৰি, মাকেই তাইৰ জীৱন ধ্বংস কৰিলে বুলি কৈ এদিন তাই মোমায়েকৰ ঘৰলৈ বুলি ওলাই গ'ল। মোমায়েক আৰু মামীয়েকে সুভদ্ৰাক 'সেই তাহানিৰ ৰক্ষণশীল তিৰোতা' আখ্যা দি লাৱণ্যৰ গোপনে বিয়াৰ বন্দোৱস্ত কৰিলে। বিয়া বন্দোৱস্ত হোৱাৰ পিছতো লাৱণ্য এদিন মাকৰ কাষলৈ গুচি আহিল। মাকৰ চেনেহ আৰু নৈতিকতাৰ বান্ধোন অতিক্ৰম কৰাৰ সাহস তাইৰ নাই। সমাজত মাক সম্মানিতা, সেই সম্মানত চেকা তাই লগাব নোৱাৰে। মাকৰ বিৰুদ্ধে তাইৰ হৃদয গুমৰি উঠে, তাই বিদ্ৰোহ কৰিব খোজে। কিন্তু তাই উপলব্ধি কৰে, মাকৰ জীৱনজোৰা মহৎ বিদ্ৰোহৰ বিপৰীতে তাইৰ ব্যক্তিগত বিদ্ৰোহৰ সামান্য স্থানো নাই। এনে এগৰাকী আদৰ্শনীয় মাকৰ ছোৱালী হৈ তাই বিপথে গ'লে মাকৰ সম্মান ক'ত থাকিব ?

ঘৰ'ল আহি তাই মাকক সাবট মাৰি ধৰি মনৰ সকলো তিক্ততা বাহিৰ কৰি পেলাবৰ বাবে যেন জোৰেৰে কান্দিবলৈ ধৰিলে।

লাৱণ্যই তাইৰ বিয়াৰ বাবে সচিত অলঙ্কাৰ, জাপ জাপ কাপোৰ-পাটৰ মুগাৰ কপাহী—উলিয়াই আনি ঘৰৰ আৰু পৰৰ তিৰোতাক এটা এটাকৈ বিলাই দিলে। উলিয়াই আনিলে নিজে অতি যত্ন আৰু আদৰেৰে কৰা ফুলাম টেবুলক্লথ, গাৰুৰ গিলিপ, জালকটা খিৰিকীৰ কাপোৰ, ৰুমাল, গামোচা। এখন এখনকৈ বিলাই দিলে। অলপ আঁতৰত বহি সুভদ্ৰাই সেই মৰ্মস্পৰ্শী দৃশ্য নীৰৱে মৌনভাৱে নিজৰ চুলি এডাল এডালকৈ টানি চাই থাকিল।

মাক আৰু জীযেক দুয়ো বুঢ়ী, একেটা কোঠাতে থাকে। কেতিযাবা কেবাদিনো ধৰি দুয়োৰে মাজত মাতবোল নেথাকে। লাৱণ্যই মাকৰ মূৰ আচুৰি দিয়ে, কাপোৰ ধুই দিয়ে, যতন কৰি মাকক খাবলৈ দিযে। কেতিযাবা অতীতৰ কথা মনত পৰি তাইৰ মনে হাঁহাকাৰ কৰে। কেতিযাবা মাকেই তাইৰ দুৰ্ভাগ্যৰ গুৰি বুলি মাকৰ মুখলৈ কঠোৰ দৃষ্টিৰে চাই থাকে। পিছ মুহূৰ্ততে মাকৰ ওচৰত ক্ষমা প্ৰাৰ্থনা কৰে। ৰাতিপুৱা গধূলি তাই সুৰ লগাই মাকক ৰামাযণ মহাভাৰত পঢ়ি শুনায। তাকে শুনি শুনি মাকে শান্তিত টোপনি যায়। কেতিযাবা ৰাতি তাই নিজৰ বিচনাৰ পৰা উঠি আহি একমাত্ৰ আশ্ৰয় মাকৰ লগত শুই পৰম তৃপ্তিৰে টোপনি যায়। কেতিযাবা ৰাতি খিৰিকীৰে উটি অহা শেৱালী নহলে বকুল ফুলৰ গোন্ধ পাই তাইৰ মন উন্মনা হয। বাহিৰলৈ তাই ওলাই আহে। গভীৰ গহীন ৰাতিৰ অন্ধকাৰ, জাক জাক জোনাকী পৰুৱা। হঠাৎ ভয লাগে তাইৰ। খৰকৈ দুৱাৰ বন্ধ কৰি মাকৰ লগত শোৱেহি তই।

সভাত সুভদ্ৰাৰ জীৱনৰ কেবাটাও কাহিনী অভিনয কৰি দেখুওৱা হ'ল। ডাণ্ডিযাত্ৰাত প্ৰচণ্ড খোজেৰে আগুৱাই যোৱা, বিদেশী বস্ত্ৰ দগ্ধ কৰা, পুলিচৰ প্ৰহাৰৰ মাজেৰে ৰণৰ বীৰাঙ্গণাৰ দৰে বুকু ফিন্দাই জাতীয় পতাকা লৈ যোৱা আদি দৃশ্য চাই দৰ্শকবৃন্দ মুগ্ধ হ'ল। জাউবীয়ে জাউবীয়ে হাতচাপৰি পৰিল, বন্দে মাতৰম ধ্বনি উঠিল বাৰে বাৰে।

সেই দৃশ্য দেখি সুভদ্রা জেঠাইৰ অন্তৰো উল্লাস আৰু গৌৰৱেৰে উপচি পৰিল। তেওঁ থিৰেৰে থাকিব নোৱাৰিলে। হৃদয়ৰ পূৰ্ণ আনন্দ প্ৰকাশ পালে চকুৰ পানীত। সকলোৱে দেখিলে তেওঁৰ চকুৰপৰা পানী ওলাই অহা। তেওঁৰ এনে অভিভূত অৱস্থা দেখি উদ্যোক্তাসকলে তেওঁলোকৰ আয়োজন সাৰ্থক হোৱা বুলি ভাবিলে।

প্ৰথম দিনা ৰাতি অভিনীত হ'ল শঙ্কৰদেৱৰ ৰুক্মিণীহৰণ ভাওনা। এইখন নাটক সুভদ্ৰাৰ অতি প্ৰিয়। প্ৰতিটো চৰিত্ৰৰ প্ৰতিটো বচন তেওঁৰ মুখস্থ আছে। দ্বিতীয় দিনা ৰাতি হ'ল 'মুক্তিযুদ্ধ' নামৰ নাটকৰ থিয়েটাৰ। ইয়াত মহাত্মা গান্ধী নেহেৰু আদিক দেখুওৱা হ'ল। ডাণ্ডি যাত্ৰাৰ দৃশ্যত তেতিয়াৰ সুভদ্ৰাকো দেখিবলৈ পোৱা গ'ল। তৃতীয়দিনা সাংস্কৃতিক সন্ধিয়া। স্বাধীনতা আন্দোলনত সঘনে শুনা গীত মাতৰ ব্যাপক আয়োজন। সুভদ্ৰাৰ সৰুৰে পৰা বিয়াল্লিছৰ আন্দোলন পৰ্য্যন্ত জীৱন-কালৰ ভিত্তিত ৰচিত এখনি নাটকো অভিনীত হ'ল।

সম্বৰ্দ্ধনাৰ উত্তৰ দিবলৈ সুভদ্ৰা জেঠাই থিয হ'ব খুজিছিল। সকলোৰে অনুৰোধক্ৰমে তেওঁ বহিয়েই কথা আৰম্ভ কৰিলে। প্ৰথমতে কৃতজ্ঞতা প্ৰকাশ। "গাঁৱৰ চুকত সোমাই মৰণলৈ বাট চাই থকা এজনী বুঢ়ীক উৎসৱ পাতি এনেদৰে আদৰ জনোৱাৰ বাবে আপোনাসৱক মই কি বুলি মোৰ অন্তৰৰ কৃতজ্ঞতা জনাম?" এইখিনি কৈয়েই তেওঁৰ মাত থোকাথুকি হ'ল। চকুৰ পৰা ধাৰাসাৰে পানী ওলাই আহিল। হেজাৰ হেজাৰ দৰ্শকে স্তব্ধভাৱে তেওঁৰ ফালে চাই থাকিল। কাষত বহি থকা লাৱণ্যই নিজৰ চাদৰৰ আচলেৰে বৃদ্ধাৰ চকুৰ পানী মচি দিলে।

অলপ সময় চাৰিওফালে চাই সুভদ্ৰাই ক'বলৈ ধৰিলে। এইবাৰ তেওঁৰ আচল উদাত্ত মাত প্ৰকাশ পালে।

'মোৰ ছোৱালীজনীয়ে সদায় খবৰ কাগজখন পঢ়ি শুনায়। তাই পঢ়িবলৈ ধৰোতেই মোৰ বুকুখন ধপধপাবলৈ ধৰে। কোনোবা মানুহ হত্যাকাৰীৰ হাতত মৰা বুলি শুনিলে মই মাটিৰ তললৈ সোমাই যোৱা যেন লাগে, উৎসাহ-নিশাহ নাইকিয়া হোৱা যেন লাগে। মই "নিজে

সেই মৃত্যুৰ বাবে জগৰীয়া বুলি ভাব হয়। মানুহৰ ওপৰত চলোৱা মানুহৰ এনে অত্যাচাৰ কেতিয়া শেষ হ'ব ?”

উত্তৰৰ আশাত তেওঁ মঞ্চৰ ওপৰত বহি থকা প্ৰখ্যাত মুক্তি যুজাৰু, নেতা সকললৈ চালে।

কাৰো পৰা একো সহাৰি নেপাই জেঠায়ে কৈ গ'ল, এখন দেশ স্বাধীন হ'বলৈ কেলেই বিচাৰে ? দেশখন স্বাধীন কৰিবলৈ ইমানবোৰ মানুহে কিয় সকলো ত্যাগ কৰি ওলাই যায় ? ফাঁচীৰ মঞ্চত উঠি দেশৰ জয়গান কিয় গায় ? যাতে স্বৰাজৰ পিছত দেশ আগতকৈ বহুত গুণে ভাল হয়। যাতে দেশৰ মানুহবোৰ আগতকৈ বহুত ভাল হয়। যাতে মনৰ শান্তিৰে মানুহে নিজৰ কাম কৰি যাব পাৰে। কিন্তু বাস্তবিকত আমি কি দেখিবলৈ পালো ? দেশৰ মানুহবোৰ আগতকৈ, মানে পৰাধীন হৈ থকাৰ দিনতকৈ, বেয়া হ'বলৈ ধৰিলে কেলেই ? মানুহৰ মনত এতিয়া শান্তি নাই কিয় ? আমি স্বাধীন দেশৰ মানুহ হয় নে নহয় ?”

সুভদ্ৰাই মঞ্চত বহা বিশিষ্ট লোকসকললৈ উত্তৰৰ বাবে চালে। সুভদ্ৰাই উত্তৰৰ বাবে দৰ্শকসকললৈ চালে। কাৰোপৰা উত্তৰ তেওঁ নেপালে। সকলোৱেই তেওঁৰ দৃষ্টিৰপৰা হাত সাৰিবৰ বাবে তললৈ মূৰ কৰিলে।

“আমাৰ এটা স্বপ্ন আছিল। আমি স্বপ্ন দেখিছিলো যে, স্বাধীনতা লাভ কৰাৰ পিছত দেশৰ চাৰিওফালে পদুম ফুল ফুলা দেখিবলৈ পাম। সকলো সমান হ'ব। হিংসা, ঘৃণা, বিদ্বেষ চিৰকালৰ বাবে লোপ পাব। সকলো মানুহৰ মুখত হাঁহি বিৰিঙিব। চুৰি-ডকাইতি লোপ পাব। দুপৰ ৰাতিও এজনী তিৰোতা, এজনী গাভৰু ছোৱালী মুকলি মনেৰে ফুৰিব পাৰিব। পুলিচ-মিলিটেৰীক মানুহে দেখিবলৈ নাপাব। মোৰ বাবে স্বাধীনতাৰ অৰ্থ আছিল সেয়েই। কিন্তু তেনে এটা স্বপ্ন মই ফলিওৱা দেখিবলৈ নেপালো কিয় ? দিনে দিনে পলিচৰ নিৰ্য্যাতন বেছি হ'বলৈ কেনেকৈ পালে ? মই তাৰ উত্তৰ আপোনালোকৰ পৰা বিচাৰিছো।”

সুভদ্ৰা জেঠায়ে তীক্ষ্ণ দৃষ্টিৰে চালে, প্ৰথমতে মঞ্চত বহা বিশিষ্ট

ব্যক্তিসকললৈ, পিছত বিপুল সংখ্যক শ্ৰোতালৈ। কাৰোপৰা কোনো উত্তৰ নাই। সকলো নীৰব, নিস্তব্ধ। এনে লাগিল যেন, কোনো এক শোক প্ৰস্তাব পঢ়াৰ পিছত বহি বহিয়েই অজস্ৰ লোকে মৃতজনৰ আত্মাৰ সদগতি কামনা কৰিছে।

ভালেমান সময় ইফালে-সিফালে চাই থাকি সুভদ্ৰাই তলমূৰ কৰিলে আৰু তেতিয়াই তেওঁৰ চকুৰ পৰা জোৰেৰে পানী ওলাই আহিল। লগে লগে হাপানী ৰোগে তেওঁক মাৰাত্মকভাৱে আক্ৰমণ কৰিলে।

গাঁৱৰ পৰা নগৰলৈ উভতি অহাৰ কেবাদিনো হ'ল।

হৃদয় গৰ্ব আৰু আনন্দ আৰু আশাত উথলি আছে। স্বপ্নৰ বিনাশ ঘটিব বুলি অযথা ইমান বছৰ আতঙ্কিত হৈ আছিলো। নগৰৰ ধূলি আৰু হুলস্থূলে মনক এতিয়া আগৰ দৰে ধূসৰ নকৰে।



# ভঙ্গুৰ

কোনো জীৱন্ত মানুহক লৈ গল্প লিখিলে আৰু যদি সেই গল্প সেই মানুহৰ উজ্জ্বল দিশটো লৈ লিখা হয়, তেতিয়া গল্পলিখকজনে সেই মানুহক লগ পাবলৈ আৰু লগ পাই তেওঁৰ মুখত তেনে গল্পৰ বিষয়ে দুআষাৰ ভাল কথা শুনিবলৈ ব্যগ্ৰ হৈ পৰে।

গল্পলেখক হিচাপে মযো তেনে দুজনমান লোকক লগ পাবলৈ, অতি কাষৰ পৰা তেওঁলোকক মূৰ তুলি চাবলৈ সুদীৰ্ঘ কাল আপেক্ষা কৰিছিলো।

অৱশেষত তেওঁলোক আহিল। বহুদিনৰ আশা মোৰ পূৰ্ণ হ'ল। ঘৰত তেওঁলোকৰ অভ্যৰ্থনাৰ আযোজন চলিল।

তেওঁলোক পাঁচজন লোক আহিল। আহিল সুদূৰ গাঁৱৰ পৰা।

আমাৰ গাঁৱৰ তেওঁলোকেই মুখিযাল মানুহ। তেওঁলোকক লৈযেই, তেওঁলোকৰ সাধুতা-সৰলতা-উদাৰতাক লৈযেই, তেওঁলোকৰ পৰিযালৰ বিভিন্ন লোকৰ—নাৰী পুৰুষৰ পৱিত্ৰ জীৱনক আৰ্হি হিচাপে লৈযেই ইতিমধ্যে মই বহুত গল্প ৰচনা কৰিলো আৰু কৰাৰো পৰিকল্পনা আছে অজস্ৰ গল্পৰ। মোৰ গল্পৰ সেই জীৱন্ত নাযক-চৰিত্ৰ সকলক সম্মুখত বহুৱাই ভালদৰে শুশ্ৰূষা কৰিবলৈ নোপোৱাহেঁতেন মোৰ আত্মাই কেতিয়াও শান্তি নেপালেহেঁতেন।

আবেলিতে তেওঁলোক পালেহি। গেটৰ বাহিৰৰ পৰাই তেওঁলোকক আদৰি আনিলো। আদৰি আনিবলৈ ওলাই আহিল মোৰ পৰিবাৰো।

শীতকাল। তেওঁলোকৰ বাবে গৰম পানী কৰি থোৱা আছিল। দুজনে গা ধুলে। ইকিজনে মুখ-হাত ধুলে। নতুন ফুলাম গামোচাৰে তেওঁ-লোকে গা আৰু মুখ-হাত মোহাৰিলে। মোৰ পৰিবাৰে সেই তেতিয়াই

যৌতুকত অনা কঁাহৰ বানবাটি আৰু কঁাহি উলিয়াই তেওঁলোকক জা-জলপান খাবলৈ দিলে। সুদীর্ঘ যাত্ৰাত শুকাই অহা তেওঁলোকৰ মুখত তৃপ্তিৰ হাঁহি ফুটি উঠিল। মই আৰু মোৰ পৰিবাৰ অনুগৃহীত হলোঁ। ৰদ'ত দি উমলগাই থোৱা তুলি আৰু নতুন বিচনা চাদৰৰ ওপৰত দীঘল দি তেওঁলোকে কিছুসময় জিৰণি ললে।

একঘণ্টামানৰ পিছত তেওঁলোক ড্ৰইংৰুমলৈ আহিল। 'প্ৰথমতে কুশল বতৰা। গাঁৱৰ বিভিন্ন খবৰ।

প্ৰথমেই সুধিলো, আমাৰ গাঁৱৰ ঘৰৰ পদুম পুখুৰীটোৰ কথা। আগৰ দৰেই অপূৰ্ব সুন্দৰকৈ পদুম ফুলি আছে নে নাই। শৈশৱৰে পৰা, ক'বলৈ গ'লে জন্মৰে পৰা, সেই সুবৰ্ণ পদুমৰ লগত মোৰ সম্পৰ্ক গভীৰ। আৰু যেতিয়া গাঁৱৰ নামঘৰত সন্ধিয়া পঢ়া কীৰ্ত্তনৰ পদ বুজিব পৰা হ'লো, তেতিয়া গজেন্দ্ৰ উপখ্যানৰ হেজাৰ বছৰ গ্ৰাহৰ লগত যুদ্ধ কৰি ক্লান্ত হোৱা গজেন্দ্ৰই শুৰত লৈ অনন্ত আকাশৰ ফালে মুক্তিৰ কামনাত তুলি ধৰা সুবৰ্ণ বৰণৰ পদুম পাহিৰ লগত সেই পুখুৰীৰ পদুমৰ মিল মোৰ মনে বিচাৰি পাইছিল।

আচলতে, মই তেতিয়া পদুম ফুলি থকাই দেখিছিলো চাৰিওফালে। গাঁৱৰ সকলো বস্তুকে মনোৰম দেখিছিলো। পঢ়া-শুনা শেষ কৰাৰ পিছত কিবা এটা লিখাৰ দুৰ্বাৰ বাসনাই মনত ঠাই পাইছিল। ঘৰৰ আগৰ বিশাল পথাৰৰ পৰাই হুহুৱাই উটি অহা প্ৰচণ্ড বতাহে মন উন্মনা কৰিছিল। শীৰ্ণ সোণ নৈৰ পানীত ৰূপালী মাছৰ জপিওৱা দৃশ্যই মনত ৰূপালী স্বপ্নৰ জন্ম দিছিল। অমাৱস্যাৰ ৰাতি জাক জাক নাচি থকা জোনাকিপৰুৱা দেখিলে মিল বিচাৰি আকাশৰ তৰালৈ চাইছিলো। সোণালী পথাৰৰ মাজত ধান দাই থকা গাভৰুৱে হঠাৎ দূৰ শূন্যত দৃষ্টি ৰাখি মেলি ধৰা বিশাল সুন্দৰ চকুলৈ চাই কল্পনা কৰিছিলো, সেই গাভৰুৰ বুকুত পূৰ্ণিমা লুকাই আছে। কাষৰ লহপহকৈ বাঢ়ি অহা বেঙেনা গছৰ ফালে একান্ত মনে চাই কৰিয়াত মধুৰ মূৰ্চনাৰ সৃষ্টি কৰি গাখীৰ খিৰাই থকা নাৰীক দেখি ভাবিছিলো, নিজৰ জন্মস্থানৰ এনে দুৰ্লভ

মনোৰম মুখ দেখিলো যেতিয়া, বাহিৰ পৃথিৱীৰ মুখ দেখাৰ একো প্ৰয়োজন নাই।

তেওঁলোকৰ এজনে ক'লে, "নাই, তোমাৰ ক'ৰ পদুমৰ পুখুৰীটো আছে? সেইটো পুখুৰী কাহানিযেই শুকাল!

তেওঁৰ কথা শুনি বৰ দুখ পালো।

কিমান বছৰ যে গাঁৱলৈ যোৱা নাই।

তেওঁলোকৰ এজনে কলে, 'তোমালোকৰ দৰে শিক্ষিত ল'ৰা গাঁবৰ পৰা ওলাই আহিলা। আমালৈ একবাৰে পিঠি দিলা। আহিলা যি আহিলা একেবাৰে আহিলা।"

তেওঁৰ সেই কথা মোৰ ক্ষেত্ৰত শেষ সত্য নহয়। শাৰীৰিকভাৱে আহিলেও মনেৰে মই গাঁৱতে আছো। মই জানো তেওঁলোকেও সেই কথা বৰ ভালদৰে জানে। মোৰ বহুত গল্পত সেই গাঁৱৰ কথা পাতে পাতে ভাস্বৰ হৈ আছে। তেওঁলোকৰ আটাইকেউজনেই সেইবোৰ গল্প পঢ়িছে: নিজৰ বিষয়ে, নিজৰ গাঁৱৰ মনোৰম বৰ্ণনাৰ বিষয়, লিপিবদ্ধ ৰচনা পঢ়িবৰ বাবে প্ৰয়োজনীয শিক্ষা তেওঁলোকৰ আছে। নিজে পঢ়িব নোবাৰিলেও তেওঁলোকৰ ল'ৰা ছোৱালীয়ে, হয়তোবা বোৱাৰীয়েকহঁতে তেওঁলোকক বাৰে বাৰে পঢ়ি শুনাইছে মোৰ গল্প। মই জানো, জানি মোৰ বুকু গৰ্বেৰে পূৰ্ণ হল, যে মোৰ গল্পই সেই গাঁৱৰ, অকল সেই গাঁৱৰে নহয়, ওচৰৰ বহুত গাঁৱৰ মানুহৰ মাজত তুমুল উত্তেজনাৰ সৃষ্টি কৰি আছে। কোন পুৰুষক লৈ, কোন নাৰীক লৈ মই লিখিলো গল্প, তাৰ মিল বিচাৰি সমগ্ৰ গাঁও সৰস হৈ থাকে।

তেওঁ অৱশ্যে ঠিকেই ধৰিছিল। বাহিৰা পৃথিৱীৰ মোৰ মুখ দেখাৰ প্ৰযোজন হ'ল। নগৰলৈ গুচি আহিবলগীয়া হ'ল জীৱন ধাৰণৰ খাতিৰত। মনত অঙ্কুৰিত হোৱা ৰোমাঞ্চক ভাবে ভাষাই প্ৰকাশ পোৱাৰ আগতে জন্মস্থান ত্যাগ কৰিবলগীয়া হ'ল।

তেওঁলোকৰ ভিতৰত আদহীয়া এজনে সুধিলে, "নগৰৰ মোহ এক-ৱাটো বৰ টান, নহয়নে?"

সঁচা।

নগৰীয়া জীৱনৰ আকৰ্ষণ দ্ৰুতগতিৰে সৰ্বগ্ৰাসী হৈ আহিল। সেই একেই দ্ৰুতভাৱে গাঁৱৰ লগত সম্পৰ্ক শিথিল হৈ পৰিল।

মানুহৰ মনৰ যে ইমান দ্ৰুত গতিৰে পৰিবৰ্তন ঘটিব পাৰে, সেই কথা মোৰ নিজৰ ক্ষেত্ৰতে দ্ৰুত গতিৰে ধৰা পৰি গ'ল। স্কুল-কলেজত পোৱা শিক্ষা স্কুল-কলেজ এৰাৰ পিছতে যিমান সোনকালে পাহৰি পেলালো, তাতোকৈয়ো বেছি সোনকালে পাহৰি যোৱাৰ ভাও ধৰিলো গাঁৱলীয়া জীৱনৰ কথা। গাঁৱলীয়া জীৱনৰ কথা সম্পূৰ্ণভাৱে মনৰ পৰা নিৰ্বাসন কৰিব নোৱাৰিলে নগৰীয়া জীৱনৰ উপভোগ যে সম্পূৰ্ণ নহয়।

তেওঁলোকক সুধিলো, "গুৱাহাটীলৈ আহি কেনে লাগিছে।"

তেওঁলোকৰ মাত্ৰ এজনেহে আগতে গুৱাহাটীলৈ আহিছিল। আহিছিল বা ইযাত আছিল বুলি ক'লে ভুল হ'ব ঃ ভাৰা কৰা বাছেৰে বৰপেটাৰ নামঘৰ চাবলৈ যাওঁতে গুৱাহাটীৰ মাজেৰে আহি তেওঁলোকে কামাখ্যা দৰ্শন কৰি গৈছিল।

একেবাৰে বয়সস্থজনে ক'লে, "বাটত আহোতে বহুত ৰংচঙীয়া বস্তু চকুত পৰিল।"

মোৰো পৰিছিল। প্ৰচণ্ডভাৱে পৰিছিল।

সোণালী পথাৰৰ বুকুত অকৃত্ৰিম সোণালী বৰণৰ গাভৰুৰ বিশাল চকুৰ সৌন্দৰ্য্যৰ বিপৰীতে প্ৰকৃতি-প্ৰদত্ত এখন মুখ ৰং সানি দুখন কৰা গাভৰুৰ সৌন্দৰ্য দেখি বিভোৰ হ'লো। অমাৱস্যাৰ ৰাতি জাক জাক জোনাকিপৰুৱাৰ মিল বিচাৰি আকাশৰ তৰালৈ চোৱাৰ পৰিবৰ্তে বিজুলী লাইটৰ পোহৰেৰে চকু ধুই নগৰৰ কৃত্ৰিম সৌন্দৰ্য্য উপভোগ কৰিবলৈ ধৰিলো। আনকি নগৰৰ নৰ্দমাতো দেখা পালো ৰাশি ৰাশি ৰোমান্স।

তথাপি ইমান দুৰ্ঘোৰ পৰিবৰ্তনৰ মাজতো সেই কৈশোৰ আৰু যৌৱনতে মনত অঙ্কুৰিত হোৱা সাহিত্য-সৃষ্টি ৰোমান্স নিৰ্মূল নহ'ল। নগৰীয়া জীৱনৰ ধ্যান ধাৰণা, মনৰ গতিতকৈয়ো যেন বেছি কোবেৰে

প্ৰবাহিত প্ৰাত্যহিক জীৱনৰ ঘটনাক লৈ এটাৰ পিছত এটাকৈ গল্প লিখি গ'লো। জন্মেৰে পৰা যৌৱন পৰ্য্যন্ত গাঁৱলীয়া জীৱনত যিটো নেপালো, যিটোৰ পৰা হ'লো বঞ্চিত, তাকে কল্পনাত লাভ কৰিবৰ বাবে নগৰীয়া জীৱনৰ ঐশ্বৰ্য্য মণ্ডিত কৰি গল্প ৰচনাত নিমগ্ন হ'লো।

ইতিমধ্যে পাঁচোজন আলহীয়েই নিজৰ নিজৰ কামত ব্যস্ত হৈ পৰিল। দুজনে মোৰ পৰিবাৰৰ লগত কথা পাতিলে। এজনে দৈনিক কাগজখন একেবাৰে চকুৰ ওচৰলৈ আনি লাহে লাহে কিন্তু শব্দ কৰি কৰি পঢ়িবলৈ ধৰিলে। এজনে এটা মোটা ফাইল উলিয়াই কাগজবোৰ চোৱাত নিমগ্ন হ'ল।

পঞ্চমজনে মোক সুধিলে, "সঁচাকৈয়ে কোৱাছোন, গাঁৱলৈ কেতিয়াবা মনত পৰেনে?"

তেওঁৰ কথাৰ ইঙ্গিত মুহূৰ্ততে বুজি পালো। মানে, গাঁৱৰ বিষয়ে, আমাৰ বিষয়ে তুমি লিখা গল্প পঢ়িছো বহুত কিন্তু নিজে গৈ এবাৰ সো-শৰীৰে গাঁৱত উপস্থিত নোহোৱাগৈ কেলেই?"

"যাম, যাম, এই মাহৰ ভিতৰতে যাম।" মই আগ্ৰহেৰে ক'লো।

এদিন আৱিষ্কাৰ কৰিলো, বয়স যথেষ্ট বাঢ়ি গ'ল। অতি নিষ্ঠুৰ-ভাবে যৌৱনে এদিন বিদায় ললে। চল্লিশ বছৰত ভৰি দি পঁচিশ বছৰৰ ৰোমাণ্টিক দৃষ্টিৰে যৌৱনদীপ্ত গাভৰুলৈ চাই এদিন নিজেই লজ্জিত হ'লো। শৰীৰ আৰু মন ক্লান্ত, একেবাৰে ক্লান্ত হ'ল। যি নগৰীয়া সমাজ, সেই সমাজৰ যি নাৰী, যি পুৰুষক লৈ গল্প লিখিছিলো, সেই সকলোবোৰকে এদিন পঙ্গু যেন লাগি গ'ল। যি জীৱন্ত চৰিত্ৰক লৈ গল্প লিখিছিলো, সেই চৰিত্ৰৰ প্ৰকৃত, পাৰ্থিৱ চৰিত্ৰৰ লগত মোৰ গল্পৰ চৰিত্ৰৰ মিল বিচাৰি নাপালো। সেয়া আছিল কেৱল মোৰ কল্পনা। নগৰৰ নৰ্দমাতো এদিন ৰোমান্স বিচাৰি পাইছিলো, কিন্তু আচলতে সেই নৰ্দমাত দুৰ্গন্ধময় বোকা-আবৰ্জনাই থাকে চিৰকাল। যি পুৰুষৰ যি নাৰীৰ ভৰি দুখন এদিন সোণেৰে নিৰ্মিত বুলি কল্পনা কৰিছিলো, সেই ভৰি এদিন

হঠাতে অতি কাষৰ পৰা চাই ভয়ত শৰীৰ কঁপিবলৈ ধৰিলে : সেই ভৰি আচলতে বোকাৰেই নিৰ্মিত।

কিন্তু মনত জাগ্ৰত হোৱা সৃষ্টিৰ কামনাতো হঠাতে শেষ হৈ যাব নোৱাৰে। সেই কামনাৰ আৰম্ভণি শেষ নাই। আৰু সেই তেতিয়াই গাঁৱৰ জীৱনে অজস্ৰ প্ৰত্যয আৰু ইঙ্গিতেৰে হাতবাউল দি মাতিলে। দুৰ্দমনীয আছিল সেই নিমন্ত্ৰণ। শৈশৱৰ, কৈশোৰৰ, প্ৰথম যৌৱনৰ হেজাৰ কথাই মন উন্মনা, উন্মাদ কৰিলে। এই নগৰৰ হৃদয়হীনতা, চাৰিওফালৰ শূন্যতাৰ বিপৰীতে কি দুৰ্লভ, কি মহিমামণ্ডিত সেই গাঁৱলীয়া জীৱন। সোণ নৈৰ পানীত জপিযাই থকা ৰূপালী মাছ, দুপৰীযাৰ প্ৰখৰ সূৰ্য্যৰ উত্তাপত বিশাল পথাৰৰ পৰা উটি অহা বতাহ। কি হৃদয পৰশা! গজেন্দ্ৰই অনন্ত আকাশৰ ফালে শুৰেৰে তুলি ধৰা সুবৰ্ণ কমলৰ ক্লাছিক দৃশ্য মনৰ চকুৰ আগত আহি বিকশিত হ'লহি। বিষণ্ণ ক্লান্তিকৰ নগৰীয়া জীৱনৰ বিপৰীতে গাঁৱৰ মানুহৰ সৰলতা আৰু মধুৰতাৰ কথা ৰূপাযিত কৰি হৃদয আৰু মন আনন্দেৰে পূৰ্ণ হ'ল। নগৰৰ বিচিত্ৰ ৰঙৰ বিপৰীতে ঠগাৰ ভাগৱতৰ মাজত সুমুৱাই থোৱা গোটেই গাঁওখনৰ মাত্ৰ এযোৰ উৱলি যোৱা ৰঙৰ চচমাৰ কথালৈ বৈ বৈ মনত পৰিল। ছানফ্ৰান্সিস্কোৰ মঞ্চত দেখি অহা যৌৱনোদ্দীপ্ত শৰীৰৰ পৰা তৰপে তৰপে বিচিত্ৰ পোচাক খুলি দলিয়াই দিযা নৃত্যপতিয়সীতকৈ ইষ্ট্ৰীহীন খমখমীয়া মুগাৰ মেখেলাৰ শব্দ কৰি ৰাতিপুৱাৰ পৰা ঘৰৰ সকলো কাম কৰি দৌৰি স্কুললৈ ওলাই যোৱা-ছোৱালীজনী বেছি আপোন সুন্দৰ আৰু সত্য যেন লাগিল। দূৰৰ গাঁৱত বিয়া দিযা জীয়েকৰ অসুখৰ খবৰ লবলৈ স্বামীক আগবঢাই দি প্ৰহ্লাদ চৰিত্ৰৰ কোনো এক ধ্ৰুপদী পদৰ দৰে অনন্ত আকাশৰ তলত পদূলিমুখত থিয হৈ থকা মাতৃৰ ৰূপ ভাস্বৰ হৈ পৰিল।

গাঁৱলৈ শাৰীৰিকভাৱে যোৱাৰ প্ৰযোজনেই নহ'ল। মনৰ মাজত গাঁৱৰ অজস্ৰ কাহিনী পুঞ্জিত হৈ আছিল। কথিত আছে, শিশুকাল, কৈশোৰ আৰু যৌৱনৰ আৰম্ভণীতে মনৰ মাজত যি স্মৃতি আৰু প্ৰভাৱ দৃঢ হৈ পৰে, তাৰ স্মৃতি-চাৰণতে সমগ্ৰ জীৱন অতিবাহিত হয় : সম্পূৰ্ণভাৱে

উন্মাদ নহ'লে সেই মধুময় জীৱনকলিৰ কথা পাহৰাটো একেবাৰে অসম্ভৱ।

গাঁৱলীয়া জীৱনক লৈ, গাঁৱলীয়া জীৱনৰ মধুৰতা আৰু সৰলতাৰ জীৱন্ত ঘটনাক লৈ এইবাৰ দুৰ্দমনীয় উদ্দীপনাৰে এটাৰ পিছত এটাকৈ গল্প লিখি গ'লো। সেই মধুৰতা আৰু সৰলতাৰ বিনিময়ত গাঁৱৰ মানুহে যে একোৱেই নেপালে, তাৰ নিৰ্মম করুণ ছবি ফুটি উঠিল মোৰ গল্পত। তেওঁলোক যে বঞ্চিত, নিষ্পেষিত, তেওঁলোক যে ক্ষমতাবান সকলৰ পুতৌৰ পাত্ৰ, তাৰ বৰ্ণনা পদে পদে উজ্জ্বল হৈ উঠিল মোৰ গল্পত। গাঁৱলীয়া মানুহৰ ঈশ্বৰ স্বৰূপ মাটিখিনিও যে লাহে লাহে কাঢ়ি নিবলৈ ধৰা হৈছে, তাৰ সতৰ্কবাণী উচ্চাৰিত হ'ল মোৰ গল্পত। ভূমিৰ পুত্ৰ সকল ভূমিৰ দৰেই যে সহনশীল আৰু উদাৰ, তাৰ পৰিচয় প্ৰস্ফুটিত হ'ল মোৰ গল্পত।

প্ৰশংসা নীৰৱে ক'ৰবাত গোপনে অপেক্ষা কৰি আছিল। প্ৰশংসা আহিল এইবাৰ বাৰিষাৰ প্লাৱনৰ দৰে। সমালোচকসকল প্ৰশংসামুখৰ হৈ পৰিল ঃ তেওঁলোকে একেস্বৰে ঘোষণা কৰিলে, মোৰ গল্পত গাঁৱলীয়া জীৱনৰ প্ৰতিচ্ছবি অতি নিখুটভাৱে ৰূপায়িত হৈছে, চৰিত্ৰবোৰ হৈ পৰিছে জীৱন্ত. জাতীয় সাহিত্য পুৰস্কাৰ মোৰ বাবে অপেক্ষা কৰি আছে অদূৰত, আদি।

তেনে ধৰণৰ গল্পৰ ডাঙৰ সংকলন ইতিমধ্যে তিনিখন প্ৰকাশিত হ'ল। আন এখনৰ প্ৰস্তুতি চলি আছে—দ্ৰুত গতিৰে।

আন এটা কথা ভাবিও মনত বৰ শান্তি পালো। যাক লৈ সেইবোৰ গল্প মই ৰচনা কৰিলো, যি মোৰ ৰচনাৰ নায়ক-নায়িকা, গাঁৱৰ সেইসকল মানুহ, সেই সকল পুৰুষ-তিৰোতা, মোৰ গল্প পঢ়ি নিশ্চয় সুদীৰ্ঘ কাল ধৰি অভিভূত হৈ আছে। তেওঁলোকৰ চৰিত্ৰক মহান কৰি সমগ্ৰ ৰাজ্যৰ মানুহক, আৰু অনুবাদৰ যোগেদি সমগ্ৰ দেশৰ মানুহক জনোৱাৰ বাবে তেওঁলোক মোৰ প্ৰতি চিৰকৃতজ্ঞ হৈ আছে। নিজৰ জন্মস্থানৰ গৌৰৱ এনেদৰে বিয়পি পৰাত মোৰ অন্তৰ গৌৰৱ আৰু অহঙ্কাৰেৰে উপচি

পৰিছে। মোৰ একোটা গল্পৰ কেইটামান বাক্যৰ মাজেদিয়ে অন্ধকাৰ গাঁৱৰ পথ পোহৰ হৈ পৰিছে। জন্মস্থানৰ এই উজ্জ্বল সুন্দৰ মুখ দেখিলো যেতিয়া পৃথিৱীৰ মুখ দেখাৰ মোৰ প্ৰয়োজন নাই।

তেওঁলোকৰ লগত গাঁৱৰ বিষয়ে নানা কথা পাতি থাকোতেই মোৰ গল্পৰ বিষয়ে তেওঁলোকৰ লগতে গাঁৱৰ মানুহৰ ধাৰণা কি জানিবলৈ বৰ আগ্ৰহ জন্মিল। এই আগ্ৰহক গল্প লিখকৰ মনৰ অহঙ্কাৰ আখ্যা দিব পাৰি। প্ৰতিজন গল্প-লেখকৰে সম্ভৱ মনত এনে ভাৱৰ উদয় হয়। কিন্তু সেই কথাটো শুধিবলৈ লওঁতেই তেওঁলোকৰ এজনে ট্ৰেনজিষ্টৰ এটা আনি সমুখৰ টুলখনত থ'লে। থৈয়েই তেওঁ মোৰ আৰু মোৰ পৰিবাৰৰ মুখলৈ বাৰে বাৰে চাবলৈ ধৰিলে। তেওঁৰ ইঙ্গিত অৱশ্যে বুজাত যথেষ্ট পলম হ'ল। তেওঁ নিজেই ট্ৰেনজিষ্টৰটো মোলৈ আগবঢ়াই দিলে।

বাকী তিনিজনে মোলৈ চাই থাকিল। চতুৰ্থজনে বাতৰি কাকতখন শব্দ কৰি কৰি প্ৰথমৰে পৰা পঢ়িয়েই আছে।

ইতিমধ্যে মোৰ পৰিবাৰ ভিতৰলৈ উঠি গৈছে।

এনে দামী আৰু দেখিবলৈ সুন্দৰ ট্ৰেন্‌জিষ্টৰ এইখন গুৱাহাটীত ইমান বছৰ থাকিলো যদিও আৰু দেশৰ বহুত ঠাইত ভ্ৰমণ কৰিলো যদিও মই আগতে দেখা নাছিলো। গুৱাহাটীৰ দৰে এখন মহানগৰীত থাকি এনে এক সৰ্বাধুনিক দামী যন্ত্ৰ তেতিয়ালৈকে নেদেখাটো যে অত্যন্ত দুৰ্ভাগ্যজনক, সেই কথা সেই ট্ৰেন্‌জিষ্টৰৰ গৰাকীয়ে মই সেইটো ঘূৰাই-পকাই থাকোতে মোলৈ চাই নিজৰ মুখত প্ৰকাশ কৰা বিৰক্তি আৰু বিতৃষ্ণাৰ ভাৱৰ পৰাই সহজে বুজি পালো।

"দাম কিমান ?" কৌতূহলৰ ভাৱেৰেই সুধিলো।

"তোমালোকেহে জানিবা, নগৰত থকা মানুহ।"

সঁচাকৈয়ে নেজানো। কেতিয়াও তেনে চমৎকাৰ যন্ত্ৰ মই দেখা নাই।

"স্মাগলৰ বস্তু, জাপানী। মোৰ ডাঙৰ ল'ৰাটোৱে আনিছিল। মই দাম-চামৰ কথা সোধা নাই।"

মই চ'ক খাই উঠিলো। শঙ্কাৰ দৃষ্টিৰে তেওঁৰ মুখলৈ চালো।

তেওঁৰ মুখত হাঁহি। গৌৰৱৰ, এক ডাঙৰ সম্পদ আহৰণ কৰাৰ সৌভাগ্যৰ হাঁহি। ইমান সহজে, ইমান নিৰ্লিপ্তভাৱে তেওঁ সেই কথাষাৰ ক'লে যে "গাঁৱৰ নামঘৰত সদায় সন্ধিয়া নাম-কীৰ্তন হয়" এই কথাৰ সত্যতা আৰু সৰলতাৰ লগত সেই স্মাগলৰ কথাৰ সুৰৰ যেন সামান্য পাৰ্থক্যও নাই।

মই ট্ৰেনজিষ্টৰটো লৈ তেওঁৰ মুখলৈ বিস্ময়েৰে চাই থাকোতেই তেওঁলোকৰ এজনে উঠি গৈ ফুলদানীৰ পৰা ফুলখিনি টানি আনি হাতেৰে মোহাৰি মোহাৰি ক'লে "উৱা, মই আকৌ 'আৰ্টিফিচেল' বুলিহে ভাবিছিলো।"

ফুলখিনি মই আথেবেথে ফুলদানীত সুমুৱাই থৈ আহিলোগৈ। মোৰ সৰু ছোৱালীজনীয়ে দেখিলে দুখ পাব তাই সদায় স্কুললৈ যোৱাৰ আগতে বাৰীৰ পৰা ফুল আনি বৰ যত্নেৰে সজায় থয়। দেখিলো, ঠাল ভাগি ফুলৰ দুটা থোপা তললৈ ওলমি পৰিছে।

ইতিমধ্যে সেইজন মানুহেই নিজৰ ভৰি দুখন ইমান জোৰেৰে জোকাৰিবলৈ ধৰিছে যে তেওঁৰ আঠুৱে আঠুৱে লাগি হোৱা শব্দও কাণত পৰিছেহি।

লক্ষ্য কৰিলো, আন এজনে এফালৰ পৰা ড্ৰইংৰুমৰ আৰু লগলাগি থকা ড্ৰাইনিং ৰুমৰ বস্তুবোৰলৈ, দেৱালৰ দুই-চাৰিখন ছবি, পেইণ্টিং, আলমাৰিৰ কিতাপ, খিৰিকীৰ পৰ্দালৈ এটাৰ পিছত এটাকৈ চাই গৈছে। এটাৰ পৰা আনটোলৈ চকু নিওঁতে তেওঁৰ সমস্ত মুখত বিতৃষ্ণাৰ ভাৱ উৎকট হৈ পৰিছে। তেওঁৰ মুখৰ তেনে অবাঞ্ছিত আৰু অস্বাভাৱিক অৰ্থ মই বুজি পোৱাত মাত্ৰ এটাই আছে॰ গাঁৱৰ পৰা আহি মই এনেদৰে আৰাম কৰি নগৰত থকাটো তেওঁৰ সহ্য হোৱা নাই—তেওঁ নিজে অথবা তেওঁৰ ল'ৰা কেইটাই কি ইচ্ছা কৰাহেঁতেন মোৰ দৰে এনেকৈ থাকিব নোৱাৰিলেহেঁতেন?

মোৰ ভাবনাত আউল লাগিবলৈ ধৰিলে। ভবা মতে একো আৰম্ভ নহ'ল। অতিথি শুশ্রূষাৰ আৰম্ভণিটোৱেই বেসুৰা হ'ল। বহুদিনৰ আশা এনেদৰেই অপূৰ্ণ হৈ থাকিব নেকি ?

মুখত আশাৰ এক হাঁহি ফুটাই সুধিলো, "এইবেলি মাঘত কি ভাওনা গাঁৱত পাতিম বুলি ভাবিছে ?"

খবৰ কাগজ পঢ়ি থকাজনে হঠাতে মূৰ তুলি ডাঙৰকৈ ক'লে, 'ভাওনা ? কোনে পাতিব ভাওনা ? তুমি কব নোৱৰা নেকি, সেই কুলাঙ্গাৰজাকে গাওঁখন দুফাল কৰিলে নহয়।

কিয় ? কিয় দুফাল হ'ল ?'

"নকবা আৰু। লাজেই লাগে ক'বলৈ। কিবা শৰাই এখন দিয়া লৈ কাজিয়া।"

তেওঁৰ কথা শুনি অকল চমক খোৱাই নহয়, মনত বৰ দুখো পালো। কাৰণ, তেওঁলোকক আদৰ্শ কৰি মই লিখা অনেক গল্পত বিস্তৃত হৈ আছে ভাৱে-ভাষাই, অনুপ্ৰেৰণাই গাঁৱৰ ঘৰে ঘৰে মিলাপ্ৰীতি চেনেহ শান্তিৰ অজস্ৰ কাহিনী।

ভালদৰে চমক খাবলৈযো মানুহক কিছু সময় লাগে, দুখ অনুভৱ কৰিবলৈযো মানুহক কিছু নীৰৱতা লাগে।

কিন্তু পিছ মুহূৰ্ততে তেওঁলোকৰ একেবাৰে বয়সস্থজনে নগৰলৈ অহাৰ আচল কাৰণটো উলিয়াই মোটা ফাইল এটা মোৰ ফালে আগবঢ়াই দিলে।

তেওঁৰ ছোৱালীজনীয়ে ওচৰৰ মাইনৰ স্কুলত শিক্ষয়িত্ৰীৰ কাম কৰিছিল। দুবছৰ কৰিলেও। কিন্তু দুবছৰৰ পিছত তাইক যেতিয়া স্থায়ী কৰিবৰ সময় হ'ল, তেতিয়া তাইক বিদায় দি স্কুলৰ মেনেজিং কমিটিৰ সভাপতিৰ সম্পৰ্কীয় এজনক লোৱা হ'ল।

"এনে অন্যায়ৰ পোতক তুলিবৰ বাবে ইয়ালৈ আহিছো। তুমি ৰুদ্ৰ বৰকাকতি নামৰ সেই তপামূৰীয়া হাত জোকাৰি জোকাৰি কথা কোৱা

শিক্ষা বিষয়াজনক চিনি পোৱা নহয়। পাবা, কেলেই নেপাবা! গুৱাহাটীত থাকি ইমান ডাঙৰ বিষয়া এজনক চিনি নেপাবানে।"

মই বিবুদ্ধি হ'লো। গুৱাহাটীত ইমান দিন থাকি তেওঁলোকৰ বিবেচনাৰে এনে প্ৰখ্যাত বিষয়াক চিনি নোপোৱাটো মোৰ ক্ষেত্ৰত নিশ্চয় এক ডাঙৰ অপৰাধ।

মোৰ মুখত তেনে বিষয়াক চিনি নোপোৱাৰ ভাৱ লক্ষ্য কৰি তেওঁ-লোকৰ এটাইকেইজনৰ মুখত বিস্ময়ৰ ভাৱ প্ৰকাশ পালে।

"সেই মানুহটোৱেই কামটো দিব পাৰে। পাৰে নহয়, পাৰেই। তুমি অলপ খাটি মেলি দিব লাগিব।"

"মই যে তেওঁক চিনি নেপাও।"

"পাবা, নিশ্চয় পাবা। চিনি পাবলৈ কিমান পৰ লাগিব?'

আন এজনে ক'লে, "চিনি পোৱাৰ মাল তেওঁ আনিছেই নহয়।'

"তাৰ মানে?" মই সুধিলো।

চাকৰীপ্ৰাৰ্থীৰ পিতাকে এইবাৰ ডাঙৰ প'ৰ্টফ'লিঅ' বেগটো টান মাৰি আনি তাত হাত ভৰাই ক'লে, "আনিছো ভালদৰেই। কোৱা কিমান লাগিব?"

মোৰ পৰিবাৰে তেতিয়া আলহীৰ বাবে মাছ-মাংসৰে ৰান্ধনি ঘৰত ভাত ৰান্ধিছে। খবৰ কাগজ পঢ়ি থকাজনে বৰ কৌতূহলেৰে মোৰ মুখলৈ চাই আছে। ভৰি জোকাৰি থকাজনৰ জোকাৰ পুনৰ বেছি হ'বলৈ ধৰিলে। তৃতীয়জনে মোলৈ চাই এটা অস্বাভাৱিক হাঁহি মাৰি মূৰৰ ওপৰলৈ দুযোখন হাত তুলি এটা ডাঙৰকৈ শব্দ হোৱা চাপৰি মাৰিছে। চতুৰ্থজনে পাণ এখনত এলেপা চূণ সানিবলৈ লৈ মোৰ মুখলৈ তলৰ ওঠটো কামুৰি তীক্ষ্ণ দৃষ্টিৰে চাই আছে।

"আপুনি কি কিমান লাগিব বুলি কৈছে? মই একো ধৰিব পৰা নাই।"

"এ-এ! এও একেবাৰে কেচুৱা ওলাইছে। অকবাৰ ভাও নধৰিবা। কোৱা কিমান লাগিব?

"ৰুদ্ৰ বৰকাকতি আৰু তুমি হাফ্ হাফ্ কৰি লবা।"

"তাৰ মানে, আপুনি মোক ঘোচ—।"

"কেলেই তেনেকৈ কোৱা, বোপাই!"

ভৰি জোকাৰি থকাজনে ইজনক আৰু কথা কবলৈ নিদি জোৰ কৰিয়েই মোৰ ফালে যথেষ্টভাৱে হাউলি ক'লে, "তুমি অলপ কৈ মেলি সহায় কৰি দিবা, আমিও অলপ তোমাক সহায় কৰিম। সেইটোৱেই কথা আজিকালি কিছু মাল-মছলা নেপালে তোমাৰ কাৰণে কিবা এটা কৰিবলৈ কাৰ কি গৰজ পৰিছেহে।"

মোৰ মুখৰ মাত হৰিল। একেবাৰে হতভম্ব হ'লো। গুলি অথবা বাণবিদ্ধ চৰাইৰ নিশ্বাস দ্ৰুতগতিৰে নিঃশেষ হৈ অহাৰ দৰে, মোৰ সকলো আশা আৰু উদ্যম শেষ হৈ আহিল। চকিত তললৈ, আৰু তললৈ সোমাই গ'লো।

তেওঁলোকৰ চকুলৈ চোৱাৰ সাহস আৰু মোৰ নহ'ল, যদিও মই জানো দহোটা চকু মোৰ সমস্ত মানুহটোৰ ওপৰত মেলি ধৰা হৈছে।

মোৰ দৃষ্টি গৈ পৰিলগৈ ঠাল ভাগি তললৈ ওলমি পৰা ডুপাহ ফুলৰ ওপৰত।

ওলমি পৰা ফুল ডুপাহলৈ চাই থাকোতেই এটা শব্দ কৰি লাইট নুমাল।

এন্ধাৰত বহি মোৰ ধাৰণা হ'ল সেই মানুহ কেইজনে এতিয়াও কথাছবিৰ পৰ্দাত হঠাতে ফ্ৰিজ্ দ হৈ পৰা লোকৰ দৰে মোৰ ফাললৈকে চাই আছে।

ল'ৰাটোৱে মম এডাল আনি এছট্ৰেটোত থিয় কৰাই দিলেহি।

মমৰ ক্ষীণ পোহৰত এইবাৰ দেখিলো, হয় তেওঁলোকে মোলৈকে চাই আছে। তেওঁলোকৰ চকুবোৰ যেন ডাঙৰ হৈছে। তেওঁলোকৰ চকুবোৰ যেন জ্বলিবলৈ ধৰিছে।

সিদ্ধান্ত কৰিলো, নিজৰ ঘৰত বহুৱাই তেওঁলোকক টান কথা শুনোৱাটো ভাল নহব। মোৰ পৰিবাৰে ঘটনাটো গম পাব বুলিও শঙ্কা

হ'ল। পিছদিনা ৰাতিপুৱা অফিচলৈ যাওঁতে বাটতে তেওঁলোকক দু-আষাৰ টান কথা শুনাই দিব লাগিব।

চকিৰ পৰা উঠিব খুজিলো, একেবাৰতে নোৱাৰিলো। সমস্ত শৰীৰ ক্লান্ত হৈ পৰিছে : শৰীৰ মন দুয়োটাই ক্লান্ত। সেই উঠাৰ প্ৰচেষ্টা কৰি থাকোতেই তেওঁলোকক এটা কথা সুধি পেলালো। মই জানো, সেই নিৰ্মম পৰিস্থিতিৰ মাজত তেনে এটা প্ৰশ্ন কৰিব নেলাগিছিল। গল্পকাৰ হিচাপে প্ৰখ্যাত হ'বলৈ ধৰা যিকোনো লোকেই তেনে ধৰণৰ প্ৰশ্ন কৰি থাকে বুলি মোৰ ধাৰণা হ'ল।

'মোৰ দুখনমান গল্প কিতাপ ওলাইছিল। আপোনালোকৰ কথাকে লৈ লিখা। গাঁৱৰ মানুহে পঢ়ি কেনে পাইছে?''

মোৰ প্ৰশ্ন শুনি জঠৰ অৱস্থাৰ পৰা যেন তেওঁলোক মুক্ত হ'ল। ইজনে সিজনৰ মুখলৈ চালে। ভৰি জোকাৰি থকাজনে ক'লে, ''গল্প? তুমি কিবাকিবি লিখি থাকা বুলি ক'ৰবাত শুনিছিলো। কিন্তু গল্প-তল্পত ধৰিলা কেতিয়াৰ পৰা? ক'তা, ল'ৰা-ছোৱালী কেইটায়ো দেখোন কোৱা মনত নপৰে।''

বৰ কষ্ট কৰি মই দুবাৰমান সেপ গিলিলো।

এইবাৰ জোৰ কৰিয়েই চকিৰ পৰা উঠি আহিলো।

মই নিজৰ কোঠালৈ আহিলো।

জ্বলাই থোৱা কয়লাৰ চুলাৰ কাষত বহিলো।

অলপ সময়ৰ পিছতে চকুৰ পৰাএটোপাল দুটোপালকৈ পানী ওলাই আহিল। গল্পৰ কোনো সৎ অসহায় চৰিত্ৰৰ মৃত্যু ঘটাই যি চকুৰ পানী এদিন ওলাও ওলাও হৈছিল, সেই চকুৰ পানী এতিয়া ওলাই আহিল।

এটা বহুদিনীয়া মধুৰ স্বপ্ন একেবাৰে নিঃশেষ হৈ পৰাৰ দুখৰ চকু-পানী এয়া।

আমি যে মানুহবোৰ কিমান তুচ্ছ! কিমান ক্ষুদ্ৰ॥

কাষৰ ড্ৰয়াৰ খুলি আগদিনা মাত্ৰ সমাপ্ত কৰা গল্পটো উলিয়াই আনিলো।

ভালেমান সময় দুয়ো হাতেৰে গল্পটো ধৰি থাকিলো।

প্ৰাণৰ উমনি দি ৰচনা কৰা গল্পটোৰ লগত সম্পৰ্ক ছিন্ন কৰিবলৈ কিছু সময়ৰ প্ৰয়োজন হ'ল।

তাৰ পিছত গল্পটোৰ পাতবোৰ এখন এখনকৈ চুলাৰ জুইত সুমুৱাই দিলো।

প্ৰতিখন কাগজ জুইত সুমুৱাই দিওতে ভমক ভমককৈ জুই জ্বলিছিল।

সেই জুইৰ পোহৰত বিচিত্ৰভাৱে যেন এটা নতুন গল্পৰ জন্ম হোৱা দেখিবলৈ পালো।

সেই নিৰ্মম লোকসকলৰ বাহ্যিক নিৰ্মমতা অতিক্ৰম কৰি তেওঁ-লোকৰ হৃদয়ৰ কোনো কোণত যদি এতিয়াও সামান্য মানৱতাবোধ, দয়া আৰু উদাৰতা আছে, তেন্তে তাক বিচাৰি উলিয়াবলৈ এক ক্লান্তিহীন চেষ্টা চলাব লাগিব।

এই কাৰ্য কষ্টসাধ্য, কিন্তু অসাধ্য নহয়।



# পূর্ণিমা

বহুদিন ধৰি এক দাৰুণ ঈৰ্ষাৰ ভাবে কল্যাণৰ মন আৰু শৰীৰ দহন কৰিছিল।

কোনো এজন সম-বয়সৰ লোকে কিবা এক ভাল কাম কৰাৰ বাতৰি পালে ঈৰ্ষাত কল্যাণৰ মন জ্বলিবলৈ ধৰে, শৰীৰ দুৰ্বল হয়। সেই বাতৰি কটিয়াই অনা বাতৰি কাকতখন সি ফালি পেলাব খোজে, ঘৰৰ আনে দেখাৰ আশঙ্কাত কাগজখন ক'ৰবাত লুকুৱাই থয়। সেই বাতৰি পঢ়ি ঘৰৰ মানুহে তাৰ নিজৰ অসমৰ্থতাৰ বিষয়ে সতৰ্ক হ'ব পাৰে বুলি সি ভয় খায়। ওচৰৰ কোনোবাই সেই কাগজখন পঢ়িবলৈ বিচাৰিলে সি সেই বাতৰিটো কেচীৰে কাটি থয়। সহপাঠী, অথবা পৰিচিত কোনোবাই সাহিত্যৰে হওক বা আন কিহবাৰে হওক পুৰস্কাৰ পোৱাৰ বাতৰি পালে সি নিজে মৃত্যুৰ দুৱাৰদলিত ভৰি দিয়া যেন অনুভৱ কৰে: গোটেই সমাজখনে তাৰ বিৰুদ্ধে ষড়যন্ত্ৰ কৰিহে যেন সেই পুৰস্কাৰ এজনক দিছে, তাৰ এনে ভাব হয়। সেই বাতৰি ওলোৱাৰ দিনা বাহিৰলৈ ওলালে বাটৰ মানুহে তাক অপদাৰ্থ বুলি হাঁহে বুলি সি অনুমান কৰে। ৰাজ্যৰ মানুহে পঢ়াৰ আগতে কিবা এক অদ্ভুত উপায়েৰে সেই কাকতখনৰ কপিবোৰ একেলগ কৰি পুৰি পেলাব নোৱাৰিনে।

কোনোবা বন্ধুৱে লিখা কিতাপ এখন উপহাৰ হিচাপে পালে কল্যাণে কৃতজ্ঞতা প্ৰকাশ কৰাটো সুদূৰেই, কিতাপখন হাতত লৈ তাৰ নিজক অতি ক্ষুদ্ৰ আৰু অপদাৰ্থ যেন লাগে। তাক হেয় অথবা অৱজ্ঞা কৰিবলৈকে যেন সেই কিতাপখন লিখা হ'ল। কোনোবা পৰিচিতৰ প্ৰবন্ধ কাকত-আলোচনীত ওলালে তাৰ হঠাতে ভাব হয়, সম্পাদকে তাৰ বিৰুদ্ধে ষড়যন্ত্ৰ নকৰাহেঁতেন এই প্ৰবন্ধ নোলালহেঁতেন: সম্পাদকে

তাকোতো তেনে এটা প্ৰবন্ধ লিখিবলৈ অনুৰোধ কৰিব পাৰিলেহেঁতেন। ইচ্ছা কৰাহেঁতেন, সুবিধা পোৱাহেঁতেন সি কি তাতকৈ ভাল প্ৰবন্ধ এটা লিখিব নোৱাৰিলেহেঁতেন। প্ৰবন্ধটো পঢ়ি যাওতে ক'ৰবাত কিবা ভাল কথা পালে তাৰ মনত সন্দেহ ঘনীভূত হয়ঃ আন কোনো প্ৰখ্যাত লিখকৰ ৰচনাৰ এয়া নিশ্চয় নকল হ'বই। পঢ়া বন্ধ কৰি সি সেই প্ৰখ্যাত লিখকৰ তেনে ৰচনা ক'ত পঢ়িছিল, তাকে ভাবি বহুত সময় অতিবাহিত কৰে। গোটেই দিনটোৰ বাবে, কেতিয়াবা কেবা দিনো ধৰি তাৰ মন অশান্ত, বিব্ৰত হৈ থাকে। কেতিয়াবা তাৰ ভাব হয়, সি এই কাগজ-আলোচনীবোৰ পঢ়া একেবাৰে বন্ধ কৰি দিব।

প্ৰতিযোগিতামূলক পৰীক্ষাত উত্তীৰ্ণ হৈ কল্যাণে চাকৰিত সোমাইছিল। সিয়ো আই এ এছ, আই এফ এছ পৰীক্ষা দিছিল। তেনে ডাঙৰ চাকৰি সি নেপালে। কিন্তু তাৰ ধাৰণা হ'ল যে, তেনে চাকৰি পোৱা দুই চাৰিজন তাৰ সমবয়সী লোকে তাৰ বিৰুদ্ধে ষড়যন্ত্ৰ নকৰাহেঁতেন সি তেনে চাকৰি নিশ্চয় পালেহেঁতেন। কোন গুণত সি সিহঁতকৈ নিম্ন পৰ্যায়ৰ? এই ধাৰণাৰ পৰিণামতে সি তাতকৈ ডাঙৰ চাকৰি কৰা মানুহবোৰক সহ্য কৰিব নোৱাৰে। এদিন তাৰ কাৰ্যালয়ৰে এখন সভাত তাৰ প্ৰায় সমবয়সী এজন উচ্চ-পৰ্যায়ৰ বিষয়াক সি অপমান কৰাৰ সিদ্ধান্ত কৰিলে। সি ভাল দৰে জানে, সেই বিষয়াক অপমান কৰাটো সহজ কথা নহয়, অপমান কৰিবৰ বাবে কোনো যুক্তিসঙ্গত কাৰণো নাই: অপমান কৰিলেও তেওঁৰ ওচৰত ক্ষমা প্ৰাৰ্থনা কৰিব লাগিব, অপমানসূচক কথা উঠাই ল'ব লাগিব। সেইবোৰ নিশ্চয় কৰিব লাগিব, কিন্তু অপমান নকৰিলে নহ'ব। সভাত সম্পূৰ্ণ অযাচিত অপ্ৰত্যাশিতভাৱে অশালীন ভাষাৰে সিজনক অপমান কৰা হ'ল, সেই কথা উঠাযো লোৱা হ'ল—কৰা হ'ল ক্ষমা প্ৰাৰ্থনাও। কল্যাণৰ বহুদিনৰ মনৰ এক আন্তৰিক কামনা পূৰণ হ'ল।

আঢ্যৱন্ত ঘৰৰ ছোৱালী আৰাধনাৰ লগত কল্যাণৰ বিয়া প্ৰায় ঠিক হৈ আছে। ছোৱালী ঘৰৰপৰা সঘনে বিয়াৰ দিন স্থিৰ কৰিবলৈ তাক কৈ

আছে, কিন্তু সি মন স্থিৰ কৰিব পৰা নাই। তাৰ কাৰণ আৰাধনা দেখাই-শুনাই-শিক্ষাই কোনোপথো পিছপৰা নহয়। বৰং তাই দেখিবলৈ সুন্দৰী, পৰম সুন্দৰী বুলি ক'ব পাৰি, অপূৰ্ব তাইৰ দেহাৰ গঠন, দেহাৰ সৌষ্ঠৱ, তাইৰ বিশাল মনোৰম চকুত পৃথিৱীৰ হাজাৰ শান্তি যেন পুঞ্জিত হৈ আছে। সাহিত্যৰ এম এ তাই। কল্যাণে কিন্তু আৰাধনাৰ ঘৰৰ মানুহবোৰক দেখিব নোৱাৰে। সিহঁতে ভাৰতীয় সংস্কৃতি, ভাৰতীয় সভ্যতাৰ কথা কয়, মাহে মাহে দামী কিতাপ কিনে, সন্ধিয়া হাজাৰ ধুমুহা বৰষুণ হ'লেও এঘণ্টা সময় ৰামায়ণ-মহাভাৰত নহ'লে গীতা বা কীৰ্তন ঘোষা কীৰ্তন আৰু শ্ৰৱণ কৰে। সিহঁতে হাজাৰ বিপদত পৰিলেও অসংস্কৃত, উদ্ভট শব্দ উচ্চাৰণ নকৰে, তিৰোতা দেখিলেই সিহঁত থিয় হয়। কল্যাণে ভাবে সেইবোৰৰ একো প্ৰয়োজন নাই, আজিৰ এই দ্ৰুত পৰিবৰ্তিত সময়ত সেইবোৰ কথা, সেইবোৰ কাম অতি প্ৰাচীন আওপুৰণি যেন লাগে। অথবা, তাক অপমান বা ঠাট্টা বা অৱজ্ঞা কৰিবৰ বাবেই তাতকৈ সিহঁত বেছি সংস্কৃত বুলি প্ৰমাণ কৰিবলৈকে সিহঁতে সেইবোৰত ধৰিছে নেকি? কল্যাণ নিশ্চিত হ'ব পৰা নাই। তাৰ উপৰি, আৰাধনাই সি লিখা চিঠিৰ উত্তৰত বেছি উন্নত শব্দ ব্যৱহাৰ কৰে, কালিদাস, ৰবীন্দ্ৰনাথৰ প্ৰেমৰ কবিতাৰ উদ্ধৃতি দিয়ে। তাক বিব্ৰত কৰিবৰ বাবে, নাইবা তাতকৈ যে তাই বেছি কালচাৰ্ড, সেইটো প্ৰমাণ কৰাটো তাইৰ উদ্দেশ্য নহয়নে?

কল্যাণৰ মনৰ আৰু দৃষ্টিৰ এনে নিকৰুণ অৱস্থাৰ বাবে তাৰ ঘৰৰ মানুহবোৰ, ঘৰৰ পাৰিপাৰ্শ্বিকতা দায়ী নেকি?

কল্যাণৰ দৃষ্টিত ধৰা পৰিল, কিছুদিনৰ আগতে চাকৰিৰপৰা অবসৰ লোৱা তাৰ দেউতাকৰ প্ৰতি মাকৰ ব্যৱহাৰৰ হঠাতে অৱনতি ঘটিল। চাকৰি কৰি থকা অৱস্থাত দেউতাকৰ প্ৰতি মাকৰ ব্যৱহাৰ আনৰ ঈৰ্ষাৰ কাৰণ আছিল। দেউতাৰ স্বভাৱ যে উগ্ৰ সেইটো সত্য ল'ৰা ছোৱালী পৰিবাৰক তেওঁ অফিচৰ পিয়ন-চকীদাৰক বশ কৰাৰ দৰে বশ কৰি ৰাখিবলৈ বিচৰাটোও সত্য। কিন্তু মাকে তেনে উদ্ধত কথা ব্যৱহাৰলৈ

সম্পূর্ণভাৱে আওকাণ কৰি স্বামীক সেৱা শুশ্রূষা কৰিছিল পতিব্ৰতা পত্নীৰ দৰে। কিন্তু এদিন, দেউতাকে অৱসৰ লোৱাৰ মাত্ৰ কিছুদিনৰ পিছতে, মাকৰ এটা কথা শুনি কল্যাণ বিস্মিতই নহয় স্তম্ভিতো হ'ল। সন্ধিয়া ফুৰি আহি দেউতাকে একাপ চাহ বিচাৰিছিল। ওচৰৰ এগৰাকী তিৰোতাৰ লগত বহি কথা পাতি আছিল মাক। ওচৰৰ তিৰোতা, প্ৰায়ে সদায় আহে। তেওঁ বিনা দ্বিধাই সেই তিৰোতাৰ আগতে ডাঙৰ মাতেৰেই কৈ দিলে, ৰান্ধনী ঘৰতে আছে, খাই আহকগৈ।'

প্ৰথমতে কল্যাণে নিজকে সুধিছিল, স্বামীয়ে কাম কৰি উপাৰ্জন কৰিব পৰা দিনকেইটাতহে পত্নী পতিব্ৰতা হৈ থাকে নেকি? স্বামীয়ে যিখন হাতেৰে ঘৰলৈ ধন আনে, সেইখন হাততহে কেৱল পত্নীৰ কল্যাণে হাতৰ স্পৰ্শ পৰে নেকি? এইবোৰ কথা প্ৰথমতে ভাবি, দেউতাকৰ প্ৰতি মাকৰ এনে অপ্ৰত্যাশিত আৰু নিষ্ঠুৰ ব্যৱহাৰত, কল্যাণে মনত বৰ দুখ পাইছিল। কিন্তু অতি সোনকালেই তাৰপৰা সি মুক্তি পালে, মানে মনে সেই মুক্তি বিচাৰি ল'লে। আজিকালি এনেকুৱাই হয। কোনো এক নিৰ্দিষ্ট অথচ অঘোষিত সামাজিক নিয়মৰ দ্বাৰা মানুহৰ প্ৰতি মানুহৰ ব্যৱহা'ৰ এনে হ'বলৈ বাধ্য ঃ এসময়ৰ পতিব্ৰতা পত্নী ঘৰতে হৈ পৰিব বিদেশিনী, স্বামী হ'ব ঘৰতে অনাদ্ৰিত প্ৰেমিকে প্ৰেমিকাক কৰিব বিশ্বাসঘাতকতা। এনে এক অমোঘ নিয়ম-নীতিৰ বিৰুদ্ধে কি সাহস আছে তাৰ বিৰোধিতা কৰাৰ? আৰু তাৰ কথা মানিবই বা কোনে?

বহুদিন ছোৱালী চাই-মেলি কল্যাণৰ ককায়েক বিকাশৰ বিযাখন পতা হল। বিকাশে প্ৰচণ্ড কৰিছিল সেই ছোৱালী, ছোৱালীৰো একো আপত্তি নাছিল নবৌয়েক লাৱণ্য ঘৰত সোমোৱাৰ লগে লগে ঘৰখন যেন উদ্ভাসিত হ'ল কল্যাণে ভাবিলে সি কথা পাতিবৰ বাবে এগৰাকী শিক্ষিতা নবৌৱেক বিচাৰি পালে। কিন্তু কোনো দিনে কোনো কাম ভবা মতে নোহোৱাৰ দৰে, এই ক্ষেত্ৰতো নহ'ল।

বিযাৰ কিছুদিনৰ পিছৰপৰা লাৱণ্যই যি বিৰূপ মনোভাৱ দেখুৱালে, তাৰ অন্ত নপৰিল। মনত আছে কল্যাণৰ, চাকৰিৰ প্ৰথম দৰ্মহা পাই

সি পৰম আশা আৰু আনন্দেৰে লাৱণ্যক এসাজ দামী কাপোৰ কিনি আনি দিছিলহি। বস্তুখিনি লৈ সি যেন উৰি অহাৰ দৰে ঘৰলৈ আহিছিল। কিন্তু লাৱ্যৰ মুখত কৃতজ্ঞতাৰ এটা শব্দওতো নোলালেই, সেই মুখত সামান্য হাঁহি এটাও আনকি প্ৰকাশ নাপালে। সেই দিনাৰে পৰা কল্যাণে তাইৰ মুখলৈ আৰু ভালদৰে চোৱা নাই।

লাৱণ্যৰ সেই বিৰূপ মনোভাৱৰ কাৰণ কি? কাৰ দোষত এই ঘৰত তাই বিদেশিনী হিচাপে থাকিবলৈ ল'লে? মাকৰ মুখৰপৰা কল্যাণে শুনিছিল, লাৱণ্যৰ প্ৰথম অভিমান হ'ল, স্বামীৰ ঘৰলৈ প্ৰথমতে আহি এখন পুৰণা, আতি পুৰণা বিচনাত শুবলগীয়া হ'ল, কাৰণ নিজৰ লগত দিয়া বিচনাপত্ৰ দুদিনৰ পিছতহে আহি পাইছিল। নতুন পালেং নালাগে, তক্তাপোচ এখনো কিনিবৰ বাবেও এই মানুহ ঘৰত কেইটামান টকা নোলালনে? বিয়াৰ মাত্ৰ দহ দিনৰ পিছতে বিকাশে লাৱণ্যৰ এটা অলঙ্কাৰ বিক্ৰী কৰিছিল। সেই অলঙ্কাৰ সি এতিয়ালৈকে তাইক কৰি দিয়া নাই। এয়ে হ'ল লাৱণ্যৰ খং। লাৱণ্যই এই ক্ষেত্ৰত নিজৰ মাকক অনুসৰণ কৰে: এবাৰ যদি কাৰোবাৰ ওপৰত খং উঠিল, তাক গোটেই জীৱনতে নাপাহৰিবা। লাৱণ্যৰ অন্য অভিযোগ কি? অবিশ্বাস সন্দেহ। —কল্যাণৰ ধাৰণা। লাৱণ্যৰ মতে, এই মানুহ ঘৰ টকা-পইচাত অতি টোকোনো, ইহঁতে এটাও পইচা বেছিকৈ খৰছ কৰিবলৈ পালে গাৰ মঙহ এডোখৰ কোনোবাই কাটি নিয়াৰ দৰে দুখ পায়। বিকাশৰ ওপৰত লাৱণ্যৰ তীক্ষ্ণ দৃষ্টি প্ৰথমৰে পৰা। অফিচৰ কোনোবা তিৰোতাৰ লগত, এগৰাকী নহয়, দুই-তিনি গৰাকীৰ লগত বিকাশৰ নিশ্চয় গোপন সম্পৰ্ক আছে। ন'হলে কিহৰ আকৰ্ষণত ঘৰ-দুৱাৰ পত্নীক আওকাণ কৰি সেই মানুহটো ৰাতিপুৱা চাৰে-ন বজাৰপৰা সন্ধিয়ালৈকে অফিচত বহি থাকে? দায়িত্বপালন যি কামৰ পৰা পোৱা ধনেৰে তাৰ সংসাৰ চলে তাৰ প্ৰতি পূৰ্ণ-আনুগত্য প্ৰকাশ, নিজৰ দায়িত্বক জীৱনৰ দৰে ভাল পোৱা, এইবোৰ কথা লাৱণ্যই বিশ্বাস নকৰে: সৰু কালৰে-পৰা কাৰো মুখত তাই এইবোৰ কথা শুনা নাই।

কল্যাণে প্ৰথমতে ভাবিছিল, সেই মানুহজনীয়ে ইচ্ছা কৰাহেতেন তাইৰ লাৱণ্য হাতৰ স্পৰ্শেৰে এই ঘৰখন স্বৰ্গীয় শান্তিৰে ওপচাই পেলাব পাৰিলেহেঁতেন। অলপ উদাৰতা, অলপ ধৈৰ্য্য, অলপ চেনেহেৰে তাই এই ঘৰখনৰ নেতৃত্ব লৈ ঘৰখনক ভাবে ভাষাই-সুৰে উদ্ভাসিত কৰিব পাৰিলেহেঁতেন। কিন্তু বিধাতাই তাইক বেলেগ ধাতুৰে গঢ় দিলে।

সেইবোৰ সমতাবোধৰ কথা ভাবিবলৈ কল্যাণে কেতিয়াবাই বাদ দিলে। বৰ্তমান সময়ত এই নাৰীকেই হয়তো উপযুক্ত এনে নাৰীকেই সমাজে হয়তো সম্মানৰ চকুৰে চায়। পুৰুষৰ স্নেহত আপ্লুত হোৱা মানেইতো পুৰুষৰ গোলামি আৰু শাসন মানি লোৱা। লাৱণ্যই ঠিকেই কৰিছে, তাই এই যুগৰ প্ৰতিনিধিমূলক তিৰোতা।

ঘৰখনৰ একমাত্ৰ বিবেকসম্পন্ন, উদাৰ আৰু স্নেহশীল প্ৰাণী আছিল ঘৰৰ একমাত্ৰ ছোৱালী, কল্যাণৰ ভনীয়েক পাৰিজাত। কিন্তু তাই আছিল প্ৰায় সকৰেপৰা ৰুগীয়া, মানুহ এজনী থিয় হৈ থাকিবৰ বাবে যিখিনি ৰক্ত-মাংসৰ প্ৰয়োজন, সিমানখিনিহে যেন তাইৰ শৰীৰত আছিল। বি এ পাছ কৰিছিল তাই। তাইৰ দুৰ্বল আৰু অনাকৰ্ষনীয় দেহাটো চাই চাই ঘৰৰ মানুহবোৰ, একমাত্ৰ মাকক বাদ দি, বিৰক্ত হৈ পৰিছিল। কিমান টকা যে তাইৰ অসুখৰ চিকিৎসাত খৰচ কৰা নহ'ল।

কিন্তু, কল্যাণে আশ্চৰ্য্যবোধ কৰে ভাবি, সেইজনী ভনীয়েকৰে কাষলৈ আহিছিল চিদানন্দ নামৰ এজন ডেকা। বহুত দিন সি তাইৰ ওচৰলৈ অহাযোৱা কৰিছিল। পাৰিজাত আৰু চিদানন্দৰ মাজত কথাবতৰাও বেছি নহয়, চিদানন্দই তাইৰ মুখলৈ চাই চাই নীৰৱে কেতিয়াবা ভালে-মান সময় বহি থাকে। কল্যাণ আৰু ঘৰৰ আন মানুহৰ মনত সন্দেহ হ'ল, সেই সন্দেহ প্ৰথমতে প্ৰকাশ কৰিলে তাৰ নবৌয়েক লাৱণ্যই যে, চিদানন্দই সেই দুৰ্বল স্বাস্থ্যৰ ছোৱালীজনীৰ সৰ্বনাশ কৰি বদনাম উলিয়াই হঠাতে এদিন উধাও হ'ব। ঘৰলৈ নাহিবলৈ প্ৰথমতে তাক ইঙ্গিত দিয়া হ'ল, পিছত কল্যাণেই সেই কথা স্পষ্টভাৱে কৈ দিলে তাক।

তথাপিও সুগুনা দেখি কল্যাণে জন্তুৰ আশ্রয় লোৱাৰ সিদ্ধান্ত কৰিলে, বান্ধি থোৱা কুকুৰটো মেলি চিন্দানন্দক গেটতে আক্রমণ কৰাব।

অৱশ্যে তাৰ প্রয়োজন নহ'ল। ডাক্তৰে পৰীক্ষা কৰি ঘোষণা কৰিলে, পাৰিজাতৰ হৃৎপিণ্ডত এটা মাৰাত্মক টিউমাৰ হৈছে, তাই বাচি থকাৰ আশা সুদূৰ। এই বাতৰি শুনি চিদানন্দই সেইখন ঘৰত পুনৰ ভৰি নিদিযেহি।

পাৰিজাতৰ চিকিৎসা চলিল। কোনো কোনো ডাক্তৰে ক'লে অল-ইণ্ডিয়া নহ'লে ভেলোৰলৈ নিলে পাৰিজাত হযতো আৰোগ্য হব পাৰে। মাকে তাইক নিবলৈ চিঞৰ বাখৰ লগালে। কিন্তু দেউতাক, ককাযেক আৰু কল্যাণে সেইফালে কাণেই নিদিলে। মৃত্যুমুখী মানুহ এজনীৰ লগত ইমান টকা খৰচ কৰিব নোৱাৰি। এই ক্ষেত্রত বিশেষকৈ বাধা দিলে লাৱণ্যই। তাইৰ ভয়, বিকাশৰ জমা টকাখিনি পাৰিজাতৰ লগত খৰচ হৈ যায বুলি। কিন্তু কৌশলেৰে কথা ক'ব জনা লাৱণ্যই ক'লে, অসমৰ ডাক্তৰক অবিশ্বাস কৰি অসমীযা মানুহক এক হীনমন্যতাৰ ভাৱে খুলি খুলি খাইছে: এই ভাৱৰপৰা অসমীয়াবোৰ উদ্ধাৰ পাব লাগে।

পাৰিজাতৰ স্বাস্থ্যৰ দ্রুত গতিৰে অৱণতি ঘটিল। এনে এক দূষিত পাৰিপাৰ্শ্বিকতাৰ পটভূমিত কল্যাণৰ ক্রোধ আৰু ঈর্ষাই দুৰন্ত ৰূপ ল'লে। আনৰ কৃতকার্যতা মানেই তাৰ অধোগতি, আনৰ সুখ শান্তিয়েই হ'ল অসুখ-অশান্তি।

এদিন এটা অভাৱনীয় ঘটনা ঘটিল।

এখন চিঠি আহিল। চিদানন্দৰ চিঠি। সি পাৰিজাতক ভেলোৰলৈ চিকিৎসাৰ বাবে নিব। সেই কথাত ঘৰত ভয় খাবলগীয়া একো নাই, সি লেখিলে: তাৰ দুদিনমানৰ আগতে সি আইনমতে পাৰিজাতক বিয়া কৰাব।

চিঠিখন পঢ়ি কল্যাণ চকিত দকৈ সোমাই পৰিল। এবাৰ নহয়, দুবাৰ নহয়, দহবাৰ সি চিদানন্দৰ চিঠিখন পঢ়িলে। প্রথমবাৰ সি বৰ খৰকৈ পঢ়িলে, দ্বিতীয়বাৰ কম খৰকৈ আৰু পিছৰ কি বাৰ এটা এটা

শব্দকৈ পঢ়িলে, এবাৰ মুখেৰে উচ্চাৰণ কৰি পঢ়িলে। পঢ়ি পঢ়ি ভালেমান সময়ৰ পিছত সি চিঠিখন ঘৰৰ আন মানুহলৈ পঢ়িবলৈ পঠিয়াই দিলে।

পাৰিজাতক চিদানন্দই ভেলোৰলৈ নিব চিকিৎসাৰ বাবে আৰু তাৰ আগতে তাইক সি পত্নী হিচাপে আইনমতে গ্ৰহণ কৰিব।

এই কেইটা কথাই কল্যাণৰ হৃদয়ত তুমুল আলোড়ণৰ সৃষ্টি কৰিলে। অফিচৰ কাম আৰু অনেক কাম বাদ দি সম্পূৰ্ণ দুদিন সি ঘৰৰ ভিতৰত সোমাই থাকি কেৱল বাৰে বাৰে সেই কথা কেইটা সি ভাবিবলৈ ল'লে, কেতিয়াবা সেই কেইটা কথা মুখেৰে ডাঙৰকৈ উচ্চাৰণ কৰিলে, দৌৰ মাৰি গৈ চিঠিখন খুলি সেইকেইটা শব্দৰ ওপৰত তাৰ চকু বহলকৈ মেলি ধৰিলে।

সেই চিদানন্দই, যাক এদিন বাৰে বাৰে সি আৰু তাৰ ঘৰৰ মানুহে অপমান কৰিছিল, পাৰিজাতৰ সৰ্বনাশ কৰে বুলি আশঙ্কাত সি এদিন এটা জন্তুৰ হতুৱাই তাক আক্ৰমণ কৰাৰ সিদ্ধান্ত কৰিছিল। মৃত্যুমুখী হতভাগ্য এজনী ছোৱালীৰ মাজত এক উজ্জ্বল সুদীৰ্ঘ ভৱিষ্যত সম্মুখত থকা চিদানন্দই প্ৰকৃততে কি দেখা পালে? পৃথিৱীৰ অজস্ৰ স্বাস্থ্যবান সুন্দৰী শিক্ষিতা গাভৰু থাকোতে কি এক দুৰ্ণিবাৰ আকৰ্ষণত সি এই চিৰদিন অৱহেলিত এজনী ছোৱালীৰ কাষ চাপি আহিল?

বহুতবে এনে প্ৰশ্নৰ উত্তৰত চিদানন্দই ক'লে, সি এদিন পাৰিজাতক ভালপোৱাৰ প্ৰতিশ্ৰুতি দিছিল। সেই প্ৰতিশ্ৰুতিৰপৰা হাতসৰাৰ তাৰ কোনো উপায় নাই: সেই নাৰীৰ লগত তাৰ ভাগ্য ওতঃপ্ৰোতভাৱে জড়িত হৈ পৰিল। ভালপোৱাৰ প্ৰতিশ্ৰুতি সি মাত্ৰ জীৱনত এবাৰেই এজনক দিছিল, তাৰ বাবে নিজৰ জীৱন উছৰ্গা কৰিবলৈ সি প্ৰস্তুত। পাৰিজাত মাৰাত্মক ৰোগৰপৰা ৰক্ষা নাপাব পাৰে, কিন্তু সি এদিন যি প্ৰতিশ্ৰুতি তাইক দিছিল, তাৰপৰা নিজক সি ৰক্ষা কৰিব নোৱাৰে।

নগৰৰ উপকণ্ঠত যি এটুকুৰা ক্ষুদ্ৰ মাটি আছিল, পাৰিজাতৰ চিকিৎসাৰ বাবে বেচৰকাৰী অফিচৰ কনিষ্ঠ কেৰেণী চিদানন্দই সেই মাটি ইতিমধ্যে বিক্ৰী কৰিছে।

চিঠি পোৱা আৰু চিদানন্দই পাৰিজাতক পত্নী হিচাপে ঘৰৰপৰা উলিয়াই নিয়াৰ মাজৰ সেই কুৰিটা দিনৰ ভিতৰত সমস্ত ঘৰখনত এক জন্মান্তৰ ঘটিল। মাক-দেউতাক, ককায়েক-নবৌয়েক মৌন নিস্তব্ধ হৈ পৰিল। এদিন দুটা দুৰ্লভ দৃশ্য দেখিলে কল্যাণে। দেউতাকৰ দুৰ্বল সোঁভৰিটো গৰম পানীৰে ধুৱাই দিছে মাকে আদৰেৰে আৰু বাৰাণ্ডাৰ আধা এন্ধাৰত ককায়েকৰ কান্ধত মূৰ থৈ চকু মুদি আছে নবৌয়েক লাৱণ্যই।

ইফালে হৃৎপিণ্ডত এক বিৰক্ত গেলা ঘা লৈ পাৰিজাতে নতুন কাপোৰ পিন্ধি ৰাণীৰ দৰে নিজৰ কোঠাৰ ভিতৰত ইফালৰপৰা সিফালৈ অহা যোৱা কৰিছে। জোনৰ পোহৰে সমস্ত কোঠা প্লাবিত কৰিছে।

ঘৰতে খৰধৰকৈ পতা এক সামান্য অনুষ্ঠানত আইনমতে চিদানন্দই পাৰিজাতক বিয়া কৰাই উলিযাই নিলে। নিবৰ সময়ত মাক-দেউতাক, ককায়েক-নবৌয়েক আৰু কল্যাণৰ নিজৰ চকুৰপৰা ধাৰাসাৰে পানী ওলাল। সেই কান্দোন পাৰিজাতক উলিয়াই নিয়াৰ বাবে নহয়—সেই চকুপানী কৃতজ্ঞতাৰ, এক চিৰন্তনীয় প্ৰতিশ্ৰুতি ৰক্ষাৰ প্ৰতি অসীম কৃতজ্ঞতাৰ।

নিজৰ কোঠালৈ আহি কল্যাণে আৰু এবাৰ গভীৰভাৱে কান্দিলে।

পাৰিজাতৰ হৃৎপিণ্ডৰ ভয়ঙ্কৰ গেলি যাবলৈ ধৰা ক্ষতৰ মাজত চিদানন্দই দেখিবলৈ পালে পূৰ্ণিমা আৰু সি নিজে আৰাধনাৰ দৰে অপৰূপ সুন্দৰ গাভৰু পৰিপূৰ্ণ বক্ষৰ মাজত দেখা পালে অমাবস্যা।

সেইদিনা সন্ধিয়াৰ আগে আগে ব্ৰহ্মপুত্ৰৰ পাৰলৈ ওলাই গ'ল কল্যাণে। নদীৰ সিপাৰে কোনো এক উচ্চাঙ্গ সঙ্গীতৰ মূৰ্চনাৰ দৰে এটাৰ পিছত এটা পাহাৰ ক্ৰমান্বয়ে ওখ হৈ হৈ সুদূৰত হিমালয়ত বিলীণ হৈ গৈছে। হাজাৰ বছৰৰ প্ৰতিশ্ৰুতি পালন কৰি এই বিশাল নদী স্ৰোতাস্বিনী, প্ৰবহমান। এটা চৰাই বতাহত ব্যাকুলভাৱে উৰি গৈছে তাৰ জীৱন সঙ্গীক বিচাৰি। অস্তগামী সূৰ্য্যৰ দুৰ্বাৰ আকৰ্ষণত হঠাতে কেইডোখৰমান ক'লা ডাৱৰে সেন্দুৰ বৰণ ল'লে। পুবৰপৰা উটি অহা বতাহ গভীৰভাৱে সেৱন কৰি সি নদীৰ পাৰেদি জোৰেৰে খোজ দিলে।

কল্যাণে দুখন চিঠি লিখিলে। এখন চিদানন্দলৈ ইখন আৰাধনালৈ।

চিদানন্দলৈ লিখিলে: বিয়াৰ দিনা তোমাৰ হাতত ধৰি কেইটা-মান কথা তোমাক ক'ম বুলি কেবাদিনো ধৰি ভাবিছিলো, তোমাৰ খাতিৰত নহয়, মোৰ জীৱনৰ খাতিৰতে। কিন্তু ক'ব নোৱাৰিলো। শালপ্ৰাংশুৰ দৰে আকাশলঙ্ঘা আছিল তোমাৰ শৰীৰ, ক্ষুদ্ৰ হৈ মই তোমাৰ হাত স্পৰ্শ কৰিব নোৱাৰিলো। জীৱনৰ অশেষ গ্লানিৰ দোষত মৃত্যুদণ্ডেৰে দণ্ডিত মোক তুমি মৃত্যুৰ আগ-মুহূৰ্তত প্ৰাণ দান কৰিলা। নিৰ্মম সপ্তৰথীয়ে বেৰি ধৰা ব্যূহৰ পৰা ওলোৱাৰ পথ তুমি দেখুৱাই থৈ গ'লা। জীৱনটো যে এক বিৰামহীন প্ৰতিশ্ৰুতি, এটা মহান দান, এক পূৰ্ণ আনন্দ, তাক তুমি মোক হৃদয়কে উপলব্ধি কৰালা। হৃদয়ত যি সামান্য অকণ মানৱ-অনুভূতি শেষ হওঁ হওঁ অৱস্থাত জীয়াই আছিল, তুমি তাক যাদুমন্ত্ৰেৰে উজ্জ্বল কৰি দিলাহি। তুমি যে মোক ক্ষমা কৰিবা, এই অনন্ত আশাত বন্দী হৈ থাকিলো।

আৰাধনালৈ: এখন চিঠিত তুমি ৰবীন্দ্ৰনাথৰ কবিতা উদ্ধৃতি দিছিলা 'আমাৰ বক্ষেৰ কাছে পূৰ্ণিমা লুকানো আছে, সেদিন দেখছ সুধু অমা। দিনে দিনে অৰ্ঘ মম পূৰ্ণ হ'বে প্ৰিয়তম, আজি মোৰ দৈন্য কৰো ক্ষমা।' তোমাৰ উদাৰ বক্ষৰ মাজত নিজৰ ভাৱ-ভাষাৰ দৈন্যৰ বাবে এদিন কেৱল অমাৱস্যা দেখা পাইছিলো। আজি দেখা পাইছো পূৰ্ণিমা। মোৰ নিজৰ নিদাৰুণ দৈন্যক তুমি অন্তত: এবাৰৰ বাবে ক্ষমা কৰিবা।

## চক্ৰবৎ

নাট প্ৰতিযোগিতা আৰম্ভ হ'ল।

ৰাজ্যিক ভিত্তিত মহা আয়োজন ।কৰি দহদিনীযাকৈ অনুষ্ঠিত কৰা দহ খন প্ৰখ্যাত নাটকৰ প্ৰতিযোগিতা।

চতুৰ্থ সন্ধিয়াৰ নাটক হল শ্ৰীকৃষ্ণৰ বৈকুণ্ঠ প্ৰযাণ।

কৃষ্ণ সূৰ্য হৈলন্ত উদিত বুলি নেপথ্যৰ উদাত্ত কণ্ঠস্বৰৰ লগে লগে খোল তাল ডবা শংখৰ মহাধ্বনি নিনাদিত হ'ল আৰু লগে লগে মঞ্চত প্ৰবেশ কৰিলে কৃষ্ণই।

কৃষ্ণই প্ৰবেশ কৰাৰ লগে লগে মুখৰিত হৈ থকা সমগ্ৰ প্ৰেক্ষাগৃহৰ চৰিত্ৰৰ হঠাতে পৰিবৰ্তন ঘটিল। কৃষ্ণৰ প্ৰবেশে যেন সকলোৰে মন ভূমিৰ সীমা অতিক্ৰম কৰাই ভূমাৰ পৰ্যায়লৈ তুলি নিলে। সাইলাখ মহাভাৰতৰ কৃষ্ণ আহি যেন সন্মুখৰ মঞ্চত আবিৰ্ভাৱ হ'লহি। কি অপৰূপ চেহাৰা এই কৃষ্ণৰ, চকুৰে-মুখে কি স্বৰ্গীয় জ্যোতি, ওঁঠত কি কি দুৰ্লভ হাঁহি। প্ৰেক্ষাগৃহৰ বহুত দৰ্শকে থিয় হৈ কৃষ্ণক অভ্যৰ্থনা জনালে, কৃষ্ণই এষাৰো কথা কোৱাৰ আগতেই তেওঁক দেখিয়েই বহুতে বিপুল প্ৰশংসাৰ কৰধ্বনি কৰিলে। বেচৰকাৰী অফিচৰ কোনো কণিষ্ঠ কেৰেণী পুতেকৰ লগত গাঁৱৰ পৰা দুদিন থাকিবলৈ অহা এগৰাকী বৃদ্ধাই নাতিনীয়েকৰ হাতত ধৰি কৃষ্ণক সেৱা কৰিবৰ বাবে মঞ্চত উঠিবলৈ ধৰিছিল, উদ্যোক্তাসকলৰ এজনে তেওঁক হাতত ধৰি নিজৰ ঠাইত বহুৱাই থৈ গ'লহি।

সু-সজ্জিত কাৰুকাৰ্যখচিত সিংহাসনত বহি আছে কৃষ্ণ। সকলো দৰ্শকেই কৃষ্ণৰ ওপৰত নিজৰ বহল চকুবোৰ মেলি ধৰিলে।

কৃষ্ণৰ সন্মুখত থিয় হৈ ধ্বংস হৈ যাবলৈ ধৰা যদুবংশৰ নিৰ্মম কাহিনী কৈ গৈছে সাত্যকীয়ে। বিশ্বব্ৰহ্মাণ্ডৰ অধিপতিৰ যি বংশত জন্ম, সেই

বংশ সেই পৰম ব্ৰহ্ম জীৱিত কালতে নিঃশেষ হৈ যাবলৈ ধৰিছে। দুৰ্নীতি, অবৈধ প্ৰেম, আত্ম-কলহ, অহংকাৰৰ অগ্নিত সেই বংশৰ হতভগীয়াবোৰ জাহ গৈছে। সাত্যকীৰ বিনম্ৰ নিবেদন ঃ ভাৰতীয় সংস্কৃতিৰ এই পৰম ভাগ্যবান বংশটোক কৃষ্ণ সূৰ্য্যই মৃত্যুৰ অটল অন্ধ-কাৰৰ পৰা ৰক্ষা কৰিব লাগে। যিখন হাতে মহাভাৰতৰ প্ৰচণ্ড যুদ্ধত অন্যায়ক বিনাশ কৰি ন্যায়-ধৰ্মক প্ৰতিষ্ঠা কৰিলে, সেইখন হাতেৰে এতিয়া প্ৰভুৱে নিজে এদিন অৱতাৰ হোৱা ভাগ্যবান বংশটোক নিশ্চিত নিমূ'লকৰণৰ গ্ৰাসৰ পৰা ৰক্ষা কৰিব লাগে। তেওঁৰ মাত্ৰ সামান্য এক ইংগিতত এই নিদাৰুণ ধ্বংস-যজ্ঞৰ অৱসান ঘটিব ।

শ্ৰীকৃষ্ণৰ বৈকুণ্ঠ প্ৰয়াণ নাটকৰ অভিনয় চাবৰ বাবে সেই সন্ধিয়া সেই বিশাল প্ৰেক্ষাগৃহ দৰ্শকৰে পূৰ্ণ। কেইবাদিনো ধৰি এই কথা ক্ৰমে বিয়পি পৰিছিল ঃ এই নাটে প্ৰথম পুৰস্কাৰ আনিবই। কেৱল সেয়ে নহয়, ব্যাক্তিগতভাৱে কৃষ্ণৰ অভিনয় কৰা শীলাদিত্যযো সৰ্বশ্ৰেষ্ঠ অভিনেতাৰ পুৰস্কাৰ লৈহে ঘৰলৈ উভতিব।

সেই নাটৰ আখৰা কৰা হৈছিল সম্পূৰ্ণ ডেৰমাহ ধৰি। ভাওলোৱা সৰহভাগেই ৰাজধানীৰ সচিবালয়ৰ বিষয়া। নিম্ন পৰ্যায়ৰ কৰ্মচাৰী তেওঁলোকৰ মাজত প্ৰায় নায়েই। তেওঁলোকৰ যত্নতে তিনি বছৰমানৰ আগতে এক সাংস্কৃতিক অনুষ্ঠানে গঢ লৈ উঠিছিল নাম ঃ আলোকসন্ধানী নাট্য সংস্থা। অফিচৰ চাৰিবেৰৰ মাজৰ প্ৰাত্যহিক জীৱনৰ ধূসৰতা গতানুগতিকতাৰ উধ্ব'লৈ উঠি এক সাংস্কৃতিক আদৰ্শৰ লগত নিজৰ সম্পৰ্ক গভীৰ কৰাৰ আছিল তেওঁলোকৰ লক্ষ্য।

শীলাদিত্য আছিল অনুষ্ঠানৰ প্ৰাণশক্তি। তাৰ অফুৰন্ত অনুপ্ৰেৰণা, একাগ্ৰতা আৰু আনুগত্যৰ বলতে অতি কম সময়ৰ ভিতৰতে সেই অনুষ্ঠানে নিজৰ যোগ্যতাৰে ৰাজ্যিক ভিত্তিক অনুষ্ঠিত নাট প্ৰতি-যোগিতাত নিজৰ দখল সাব্যস্ত কৰিব পাৰিছে।

আনুগত্যই হ'ল শীলাদিত্যৰ জীৱনৰ শক্তিৰ ইন্ধন। ৰাজ্যৰ শ্ৰেষ্ঠ নাট প্ৰতিযোগিতাত ভাৰতীয় সংস্কৃতিৰ বিৰাট পুৰুষ শ্ৰীকৃষ্ণৰ অভিনয়ত

সি পূৰ্ণ পাৰদৰ্শিতা দেখুৱাব পৰাৰ একমাত্ৰ কাৰণ হ'ল, কৃষ্ণৰ চৰিত্ৰৰ প্ৰতি তাৰ পূৰ্ণ আনুগত্য। অভিনয় কৰি থকা সময়ত কৃষ্ণৰ চৰিত্ৰ আৰু আত্মাৰ লগত সি নিজক বিলীন কৰি দিবলৈ বিচাৰে।

কেইজনমান প্ৰবীন প্ৰখ্যাত প্ৰাক্তন অভিনেতা আৰু নাট্যকাৰ আহিছিল শীলাদিত্যহঁতৰ নাটকৰ আখৰা চাবলৈ। শীলাদিত্যৰ অভিনয দেখি তেওঁলোক অভিভূত হ'ল। তেওঁলোকে জীৱনত অজস্ৰ ভাওনা-থিয়েটাৰত অজস্ৰ কৃষ্ণক দেখিলে, কিন্তু এই কৃষ্ণ অতুলনীয়। বিচাৰক-সকল যদি অন্ধ নহয়, তেনে কাৰ সাধ্য আছে এই দলৰ হাতৰ প্ৰথম পুৰস্কাৰ কাঢ়ি নিব পাৰে ? —তেওঁলোকে মত প্ৰকাশ কৰিলে।

কিন্তু এনেদৰে বিপুল উদ্দীপনা আৰু আশাৰে কৃষ্ণৰ চৰিত্ৰ ফুটাই তুলিবলৈ আপ্ৰাণ চেষ্টা কৰিছে যদিও, শীলাদিত্যৰ মনৰ চকুৰ আগত কেতিয়াবা হঠাৎ উপস্থিত হয়হি এটা ফাইল, তাৰ বিভাগৰ মন্ত্ৰীৰ গডৰেজ আলমাৰিত থকা এটা মোটা ৰহস্যময় ফাইল। আখৰা কৰি থাকোঁতে, আঙুলিৰ আগত যেতিয়া সি সুদৰ্শন চক্ৰ ঘূৰাবলৈ ধৰে তেতিয়া হঠাতে সি ওপৰলৈ মূৰ তুলি সেই চক্ৰৰ ঠাইত ছয়ামযাকৈ সেই ফাইলটো দেখিবলৈ পায়।

ঘৰলৈ আহি সি ক্লান্ত হৈ পৰে। এই ক্লান্তি কৃষ্ণৰ চৰিত্ৰ সকলো শক্তিৰে ফুটাই তোলাৰ মানসিক ক্লান্তি নহয়। সেই ফাইলটোৱে মন আৰু শৰীৰৰ মাজত সৃষ্টি কৰা এডোখৰ গেলি যাবলৈ ধৰা ঘাঁৰ দুৰ্বিসহ বিষৰ পৰিণামত হোৱা এই ক্লান্তি। কি আছে সেই সুদৰ্শন চক্ৰৰ স্থানত হঠাতে আৰ্বিভাৱ হ'ব পৰা সেই ফাইলটোত ? তাৰ প্ৰতিপত্তি, তাৰ সেই বিশাল নতুন ঘৰ-দুৱাৰে এক সংখ্যক টোপনি নাইকিয়া কৰিলে। সেইবোৰৰ দখলৰ পৰা তাক চ্যুত কৰিবৰ বাবে কিছুমান মানুহ দিনে-ৰাতিয়ে লাগি গ'ল। সি ক্লান্তিৰে হুমুনিয়া পেলাই ভাবে ঃ মানুহে মানুহক শান্তিত থাকিবলৈ সঁচাকৈয়ে নিদিয়ে।

এটা সাংস্কৃতিক অনুষ্ঠান খৰধৰকৈ গঠন কৰি, এইদৰে এখন নাট মঞ্চস্থ কৰি নিজে এনে এক বিখ্যাত চৰিত্ৰ ৰূপায়ণ কৰিবলৈ লোৱাৰ

মূলতে নিশ্চয় সেই ভয়ংকৰ ফাইলটো নহয়। কিন্তু সঁচাকৈয়ে নহয় বুলি সি নিশ্চিত নে? সি সেই কথা নিজে স্বীকাৰ নকৰে। মনলৈ সেই ভাব অহাৰ লগে লগে সি আন কথা জোৰেৰে ভাবিবলৈ ধৰে। কিন্তু মনলৈ যে সেইভাব আহে, সেইটো সি অস্বীকাৰ কৰিব কেনেকৈ?

শীলাদিত্যই কি প্ৰমাণ কৰিবলৈ বিচৰা নাই—সচিবালয়ৰ নিৰ্দিষ্ট তাৰ যি আসন, তাতকৈয়ো এখন ডাঙৰ আসনত বহাৰ যোগ্যতা তাৰ আছে? সেই আসন সাংস্কৃতিক প্ৰতিভাৰে অধিকাৰ কৰি লোৱা আসন। মন্ত্ৰীয়ে কেৱল তাক সাধাৰণ এটা বিষযা বুলিয়েই জ্ঞান কৰিব নোৱাৰিব। ৰাজ্যৰ সাংস্কৃতিক জগতত তাৰ স্থায়ী স্থান বৰ্তমান। গতিকে ৰাজনৈতিক বিষয়ত তাৰ বিৰুদ্ধে কিবা কৰিলে তাৰ ফল কিন্তু ভাল নহ'ব। এনে এক ভাবুকি কি সি কৃষ্ণৰ চৰিত্ৰৰ মাজেৰে দিব খোজা নাই?

কৃষ্ণ ঃ সাত্যকী, যদুবংশৰ মৃত্যু মোৰ কাম্য।

সাত্যকী ঃ কাম্য, প্ৰভু?

কৃষ্ণ ঃ অৱশ্যেই মোৰ কাম্য। ক্ষমতাৰ অহংকাৰেও মোৰ ভক্তৰ হৃদয় যেতিয়াই তমসাচ্ছন্ন হৈছে, তেতিয়াই মই ৰুদ্ৰ ৰূপ পৰিগ্ৰহণ কৰি আহিছো, সেই কথা তোমাৰ অবিদিত নহয়, সাত্যকী। শৈশৱত সেই একেই কাৰণে মোৰ মাতৃ যশোদা মোৰ হাতত লাঞ্চিতা হৈছিল। মোক পুত্ৰৰূপে লাভ কৰি অহংকাৰ কৰা মাতৃয়ে মোক বান্ধিব নোৱাৰিছিল। কেৱল দুৰ্যোধনৰেই নহয়, মোৰ পৰম প্ৰিয় অৰ্জুন, দ্ৰৌপদীৰো মই বিভিন্ন সময়ত অহংকাৰ খৰ্ব কৰি আহিছো। আৰু তুমি জানা, সাত্যকী মোৰ সমকক্ষ অৱতাৰ স্বয়ং শিৱৰ অহংকাৰ মই মোহিনী বেশ ধৰি কেনেকৈ নিঃশেষ কৰি দিছিলো।

সাত্যকী ঃ কিন্তু প্ৰভু, যদুবংশ যে আপোনাৰ নিজৰ বংশ, আপোনাক জন্ম দি যে যুগে যুগে ধন্য।

কৃষ্ণ ঃ ধন্য, কিন্তু সেই বংশ মোৰ যোগ্য নহয়। নিজৰ যোগ্যতাৰ

প্ৰমাণৰ বাবে সেই বংশৰ লোকৰ কোনো মহত্ব, কোনো মহান কৰ্ম, কোনো চমকপ্ৰদ ত্যাগ, কোনো দাৰুণ কষ্ট স্বীকাৰ মোৰ দৃষ্টিত পৰা নাই, সাত্যকী। সিহঁতৰ অহংকাৰ—সিহঁতৰ বংশত এদিন কৃষ্ণৰ জন্ম হৈছিল, আৰু সেই অহংকাৰ নিৰ্মূল কৰাটো কৃষ্ণৰ অৱশ্য কৰ্তব্য। নহ'লে, যুগ-যুগান্তৰলৈ মোৰ এই গ্লানি বিয়পি পৰিব যে, নিজৰ বংশ বুলিয়েই কৃষ্ণৰ অহংকাৰী, দুৰ্নীতি পৰায়ণ যদুবংশক ক্ষমা কৰি গ'ল। কৃষ্ণ সেই বংশত জন্ম হৈছিল বুলিয়েই সেই বংশৰ লোক দুৰ্নীতিগ্ৰস্ত হ'ব, অবৈধ প্ৰেমত নিমজ্জিত হ'ব, সেই কথা কোন নীতিমতে গ্ৰহণ-যোগ্য, সাত্যকী?

সাত্যকী: প্ৰভু, আপোনাৰ কথা শুনি মোৰ হৃদয় কম্পিত।

কৃষ্ণ: তাতোকৈয়ো ভয়ংকৰ কথা তুমি শুনিব লাগিব, সাত্যকী। তুমি জানা, কৃষ্ণৰ পুত্ৰ বুলিয়েই কোনো ত্যাগ, কোনো মহৎ কৰ্ম নকৰাকৈ অহংকাৰত নিমজ্জিত শাম্বক মই বিনা দ্বিধাই বিসৰ্জন দিছিলো। তুমি জানানে নাজানা, সাত্যকী, মই, এই কৃষ্ণই ইচ্ছা কৰাহেঁতেন, মহাভাৰতৰ যুদ্ধৰ পাছতে ভাৰতৰ একচ্ছত্ৰী সম্ৰাট হ'ব পাৰিলোহেঁতেন। কোনো বাধা, কোনো সমকক্ষ মোৰ নাছিল সেই উদ্দেশ্য সাধনত। সেই অহংকাৰ মোৰ নহ'ল কাৰণ কৃষ্ণ হ'ল মোৰ নাম। সাত্যকী?

সাত্যকী: প্ৰভু।

কৃষ্ণ: সেই দুৰ্নীতি পৰায়ণ, জৈৱক্ষুধা সৰ্বস্ব অক্ষম, কৰ্মবিমুখ যদুবংশত জন্মৰ বাবেই মৃত্যু আসন্ন, তুমি জানা, সাত্যকী? কিন্তু ভাগ্যৰ নিৰ্মম নিৰ্দেশত সেই মৃত্যু কোনো পৰম পুৰুষৰ অথবা কোনো সম্ৰাটৰ মৃত্যুৰ দৰে নহয়, নহয় কোনো যুদ্ধজয়ী মহান মহাৰথীৰ মৃত্যুৰ দৰে। মোৰ সেই মৃত্যু হ'ব পশুৰ দৰে, সাত্যকী, এক সামন্য পশুৰ দৰে, কোনো এক ব্যাধৰ শৰত।

এই বুলি কৃষ্ণই সোঁহাত ওপৰলৈ পূৰ্ণভাৱে প্ৰশস্ত কৰি আঙুলিৰ আগত কাল্পনিক সুদৰ্শন চক্ৰ নিৰ্মমভাৱে ঘূৰাবলৈ ধৰিলে।

মুহূর্ততে সমস্ত প্রেক্ষাগৃহ প্রশংসাত মহা মুখৰিত হৈ পৰিল। বহুতে থিয় হৈ অভিনন্দন জনালে। জাউৰিয়ে জাউৰিয়ে হাত চাপৰি পৰিল। অদ্ভুত, অপূৰ্ব, আদি শব্দ চাৰিওফালৰ পৰা শুনিবলৈ পোৱা গ'ল। আমাৰ বৰ্তমান সমাজৰ লগত কৃষ্ণৰ কথাৰ কি অদ্ভুত মিল ঃ এনে কথাও শুনিবলৈ পোৱা গ'ল ইফাল-সিফালৰ পৰা।

চাৰিজন বিচাৰক বহিছিল মঞ্চৰ ঠিক তলতে। নাট-প্ৰতিযোগিতাৎ বিচাৰকৰ আসনত বহি সাধাৰণতে বিচাৰকে একো মতামত নিদিয়ে। কিন্তু তাৰে এজনে উত্তেজিতভাৱে ক'লে, মাৰ্ভেলাছ। এজনে হাত চাপৰি বজাবলৈ ধৰি নিজৰ মৰ্যদা হঠাৎ উপলব্ধি কৰি নিজক জোৰেৰে তাৰ পৰা বিৰত কৰিলে।

সিংহাসনত ভালদৰে বহি, দুয়োহাত দুফালে প্ৰশস্ত কৰি উদাত্ত কণ্ঠে কৃষ্ণই পুনৰ ক'বলৈ ধৰিলে সাত্যকী, তুমি মহা ভাগ্যবান। মোৰ জীৱনৰ এক আলোকসন্ধানী দৰ্শনৰ এক অধ্যায় তোমাৰ আগত মই বৰ্তমান ব্যক্ত কৰিম।

হঠাতে সাত্যকীক অতিক্ৰমি, মঞ্চ অতিক্ৰমি, অতিক্ৰম কৰি মঞ্চৰ পাদপ্ৰদীপ কৃষ্ণৰ দৃষ্টি মঞ্চৰ তলৰ প্ৰেক্ষাগৃহৰ সম্মুখৰ ভাগলৈ নিক্ষেপিত হ'ল। কৃষ্ণৰূপী শীলাদিত্যৰ চকু বহল হৈ পৰিল। সি দেখিলে, তাৰ বিভাগৰ মন্ত্ৰী পত্নীসহ উপস্থিত হৈছেহি। কেইবাজনেও মন্ত্ৰীক আদৰি নিৰ্দিষ্ট আসনত বহুৱাবলৈ আনিছে।

আসনত বহাৰ ঠিক আগ মুহূৰ্তত মন্ত্ৰীয়ে কৃষ্ণলৈ চলে। কৃষ্ণই চকুৰ পচাৰতে ৰঙা ৰং লগোৱা তল ওঁঠটো এবাৰ চেলেকি ওপৰলৈ চালে। সুদৰ্শন চক্ৰ দুৰন্ত গতিত ঘূৰাবলৈ লোৱা আঙুলি তেতিয়া কঠিন, ফ্ৰিজ হৈ পৰিছে। শীলাদিত্যই মুহূৰ্ততে ছয়াময়াকৈ যেন সেই সুদৰ্শন চক্ৰটোৰ ঠাইত এটা মোটা ফাইল দেখিবলৈ পালে। সমস্ত শৰীৰত সি এক অদ্ভুত জোকাৰণি অনুভৱ কৰিলে। সিংহাসনৰ পৰা সি নামি আহিল আৰু কঠিন হৈ যাবলৈ ধৰা সোঁহাত ওপৰৰ পৰা কপাল পৰ্যন্ত নমাই আৰু বাওঁহাত জোৰেৰে কপাললৈ তুলি

মন্ত্রীলৈ চাই অতি খৰকৈ এটা নমস্কাৰ জনালে। সি নিজেই হয়তো গম নাপালে খন্তেকতে সি কি কৰি পেলালে।

নিজৰ আসনৰ সন্মুখত খন্তেক থিয় দি মন্ত্রীয়ে দেখিলে সেই দৃশ্য। তেওঁৰ ওঁঠত বিৰিঙিল এক সন্তোষৰ হাঁহি। মন্ত্রী বহিল, লগে লগে বহিল তেওঁৰ পত্নী আৰু কাষৰ ভালেমান দর্শক।

মন্ত্রী, মন্ত্রীপত্নী আৰু তেওঁলোকৰ লগত অহা আৰু তেওঁলোকক আদৰি অনা লোকলৈ চাবলগীয়া হোৱা বাবে, দর্শকৰ কিমানে কৃষ্ণ সিংহাসনৰ পৰা নামি অহা আৰু নমস্কাৰ জনোৱা দৃশ্য দেখিবলৈ পালে, সঠিককৈ কব নোৱাৰি। অথবা কৃষ্ণই ইমান ক্ষিপ্র গতিৰে সেই কামটো কৰিলে যে, তাক বহুত দর্শকে তর্কিবই নোৱাৰিলে। অথবা দর্শকৰ অল্পপ্রাণসকলে সেই দৃশ্য নাটকৰে এক অংগ বুলি ধৰি ললে।

কিন্তু দেখা গ'ল, চাৰিওজন বিচাৰকৰে উৎফুল্ল হৈ থকা মুখমণ্ডল হঠাতে ম্লান পৰি গ'ল, মহানন্দত মুখৰিত হৈ থকা মানুহে নিকটাত্মীয়ৰ মৃত্যুৰ সংবাদ পোৱাৰ দৰে।

কৃষ্ণই তাৰ পাছত সিংহাসনত পুনৰ আগৰ দৰে মহা প্রতাপেৰে বহিব নোৱাৰিলে। সিংহাসনৰ আগলৈ আহি তেওঁ বহো-নবহোকৈ বহিল, তেওঁৰ সমস্ত শৰীৰ শিথিল হৈ পৰিল। অভিনয় কৰাৰ সেই দুর্লভ যাদুকৰী শক্তি আৰু কথা কোৱাৰ সেই অসাধাৰণ ক্ষমতা প্রায় লোপ পালে। কৃষ্ণই এবাৰ সাত্যকীৰ ফালে চায়, এবাৰ মন্ত্রীৰ ফালে চায়।

কৃষ্ণৰূপী শীলাদিত্যৰ তেনে চৰম বিপর্যয়ে নাটকৰ পৰিচালক আৰু উদ্যোক্তাসকলক আতংকিত কৰিলে। পৰিচালকে উইংছৰ কাষৰ পৰা উন্মাদৰ দৰে হাত জোকাৰি বাৰে বাৰে সতর্ক কৰি দিয়া সত্বেও শীলাদিত্যই সিংহাসনত পূর্বৰ দৰে মহা প্রতাপেৰে বহিব নোৱাৰিলে। পৰিচালকে ভয়ংকৰ খঙত উত্তেজিত হৈ চিঞৰি দিব খুজিছিল, কিন্তু তেওঁ নিজেকে জোৰ কৰিয়েই ক্ষান্ত কৰিলে, কাৰণ

শীলাদিত্য তেওঁতকৈ এক পৰ্যায়ৰ ওপৰৰ বিষয়া। তেওঁৰ চকুৰ পৰা এইবাৰ পানী ওলাই আহিল, প্ৰতিযোগিতাত নিশ্চিত পৰাজয়ৰ চকুপানী।

এনে এক দাৰুণ বিপদৰ সময়ত পৰিচালকৰ সন্মুখত মাত্ৰ এটা পন্থাই আছিল। তেওঁ মঞ্চৰ সন্মুখৰ স্ক্ৰিনখন জোৰেৰে টানি ঘোষণা কৰিলে : "এতিয়া অলপ সময় বিৰতি।

সুদীৰ্ঘ কাল অভ্যস্ত দৰ্শক মণ্ডলীয়ে, অন্ততঃ বেছিভাগই, যান্ত্ৰিক বিজুতিৰ বাবে এই বিৰতি অপৰিহাৰ্য বুলি ধৰি ল'লে।

কোনো ৰক্ষা কৰিব পাৰিব এনে এক নিৰ্মম বিপদৰ গ্ৰাসৰ পৰা, পৰিচালক আৰু উদ্যোক্তাসকল উন্মাদৰ দৰে হ'ল। গোপন, চঞ্চল আলোচনা চলিল। মনৰ তুমুল উত্তেজনাৰে তেওঁলোক সিদ্ধান্তলৈ আহিল, ৰক্ষা কৰিব পৰা মাত্ৰ এজনেই আছে। তেওঁ হ'ল মন্ত্ৰীৰ পত্নীগৰাকী।

পৰিচালক আৰু আন এজনে মন্ত্ৰীপত্নীক আদৰ-সাদৰ কৰি বাহিৰলৈ মাতি আনিলে আৰু অনুনয়-বিনয় কৰি আচল ঘটনাটো বুজাই দিলে।

শীলাদিত্যৰ অদ্ভুত আচৰণ মন্ত্ৰীৰ পত্নীৰ চকুতো নপৰাকৈ থকা নাছিল। তেওঁ মানুহবোৰৰ মৰ্ম বেদনা তৎক্ষণাতে উপলব্ধি কৰিলে। বিয়াৰ আগতে তেওঁ দুখনমান নাটকত অভিনয় কৰিছিল। আনহাতে তেওঁ এই আলোকসন্ধানী নাট্য সংস্থাৰ পৃষ্ঠপোষকো : শীলাদিত্যই বাৰে বাৰে অনুৰোধ কৰি পাতিছিল। তথাপি তেওঁ বিৰক্তিৰ ভাবেৰে ক'লে, কৃষ্ণৰ আসনৰ পৰা থিয় হৈ দিবলৈ মন্ত্ৰীয়েতো নিৰ্দেশ দিয়া নাছিল। মন্ত্ৰীক আপোনালোকে এনে অনুষ্ঠানলৈ মাতি আনে কিয় ?" তেওঁ জানে, শীলাদিত্য আৰু দুজনমানে বৰকৈ ধৰাৰ বাবেহে মন্ত্ৰী আহিছিল। তেওঁ কিন্তু নিজে একেবাৰে শেহলৈকে অভিনয় চাম বুলি আহিছিল।

বিষণ্ণ মনেৰে তেওঁ ভিতৰলৈ গ'ল।

ইতিমধ্যে মন্ত্ৰীৰ টোপনি আহিছিল অৱশ্যে তেওঁ এনে এক ভংগীত বহিছিল যে কোনেও ক'ব নোৱাৰে তেওঁৰ টোপনি আহিছিল বুলি আৰু তেওঁৰ চচমাযোৰ ইমান ডাঠ যে তেওঁৰ চকু দুটা মুদ খায়েই আছে নে মেল খাযেই আছে, কোনেও ধৰিব নোৱাৰে।

পত্নীয়ে তেওঁৰ খীন বাউসীটোত ধৰি কাণৰ কাষত ক'লে "হেৰি, থিয়েটাৰ চাবলৈ আহি আপুনি দেখোন শুলেই। মানুহে বাৰু কি ভাবিব ? বলক, আপোনাৰ কিবা মিটিং আছিল নহয়।"

খন্তেকতে চকু মেলি, স্থিৰ দৃষ্টিৰে পত্নীলৈ চাই পাঞ্জাবীৰ জেপৰ পৰা ইলাচি এটা আনি মুখত ভৰাই ধুতিখনৰ আগটো এহাতেৰে ধৰি মন্ত্ৰীয়ে ক'লে "বলা।"

মন্ত্ৰী ওলাই যোৱাৰ লগে লগে মঞ্চ মুকলি হ'ল আৰু পুনৰ আৰম্ভ হ'ল অভিনয়। "খন্তেক বিৰতিৰ পাছত এয়া আপোনালোকৰ সন্মুখত ভাৰতীয় সংস্কৃতিৰ সৰ্বশ্ৰেষ্ঠ পুৰুষ কৃষ্ণসূৰ্য পুনৰ ভৈলন্ত উদিত।"

এইবাৰ কৃষ্ণৰ মহা-সিংহাসনত প্ৰথমৰ দৰে মহিমান্বিত ৰূপত বহি শীলাদিত্যাই নিজক পুনৰাৱিষ্কাৰ কৰি ল'লে। সোঁহাতে এক দ্ৰুত দুৰ্লভ লয়লাসত ওপৰলৈ তুলি আঙুলিৰে দুৰন্ত গতিত সুদৰ্শন চক্ৰ ঘূৰাই ঘূৰাই উদাত্ত কণ্ঠেৰে কৃষ্ণই ক'লে, "সাত্যকী, পৰম ভক্ত মোৰ তুমি প্ৰিয় সাত্যকী, মই এতিয়া তোমাৰ সন্মুখত মোৰ জীৱনৰ এক অজ্ঞাত, ভয়ংকৰ অথচ পবিত্ৰ, সত্য কাহিনী বিবৃত কৰিম।"

# অ'ভাৰ কোট

হেমধৰক কিবা এটা কৰিব লাগিব। পুলিচ হেমধৰক। সমগ্ৰ গাঁৱৰ মানুহ অতিষ্ঠ হ'ল। হেমধৰক অতি সোনকালেই কিবা এটা কৰিব লাগিব। নকৰিলে নহয়।

কিন্তু হেমধৰক কি কৰিব পাৰি? অস্ত্ৰধাৰী পুলিচৰ দল লৈ সি গাঁৱলৈ আহে। সি গাঁৱত দিনে ৰাতিয়ে সন্ত্ৰাসৰ সৃষ্টি কৰি গাঁৱৰ মানুহক গালি পাৰি সাৱধান কৰি থানালৈ ঘূৰি যায়। চাৰিওফালৰ পুলিচ মিলিটেৰীৰ আৰেষ্টনীৰ মাজত সি থানাত সোমাই থাকে।

এনে এটা হেমধৰক কি কৰিব পাৰি?

গাঁৱৰ মাজত আলোচনা চলিল। নামঘৰত, পথাৰত, ৰাস্তাত দল বান্ধি বান্ধি, কেতিয়াবা গোপনে কেতিয়াবা মুকলিকৈ আলোচনা চলিল। হেমধৰক কিবা এটা কৰাৰ সময় পাৰ হৈয়ে গৈছে।

সেইদিনাও গাঁৱত সোমাই হেমধৰে সন্ত্ৰাসৰ ৰাজত্ব চলাই গৈছে। দুটা হাইস্কুলীয়া ল'ৰাক ধৰি নিছে, দুয়োটাকে আন পুলিচে যিমান মাৰিছে, হেমধৰে অকলেই তাতকৈ বেছি মাৰিছে। এটা ল'ৰাক সি বুটজোতাৰে গুৰিয়াইছেও। গাঁৱৰ নামঘৰৰ কাষত থিয় হৈ সি সকলোৰে শুনাকৈ ডাঙৰ কৈ এইবুলি কৈ গৈছে, "মই দুই-এদিনতে আহি আছো, এই নামঘৰৰ ভিতৰত সোমাই মই আসনৰ তলৰ পৰা হাতবোমা উলিয়াই আনিমেই, চাই ল'ম কোন শৃগালৰ পোৱালিয়ে মোক বাধা দিয়ে।"

ইয়াৰ পিছত আৰু হেমধৰক কিবা এটা নকৰিলে নহ'ব।

তাৰ আগলৈকে অত্যন্ত ধৈৰ্যেৰে গাঁৱৰ মানুহে হেমধৰৰ অত্যাচাৰ সহ্য কৰি আছিল। কিন্তু গাৱঁৰ এই মহাপুৰুষীয়া সুপ্ৰাচীন বৰ

নামঘৰত সিন্ধি সোমাৱাৰ ভাবুকি দিয়াৰ পিছত গাঁৱৰ মানুহ একেবাৰে জ্বলি উঠিল।

ধৈৰ্য্যৰ সীমা অতিক্ৰম কৰি গ'ল।

এজন বুঢ়াই ক'লে, "তাক মুস্মুধিলি কেলেই তহঁতে, সি যে বুটজোতাৰে নামঘৰত সোমাব খুজিছে, সিয়েই জানো এইটো নামঘৰ বান্ধিবলৈ ইটা মৰা নাছিল ?"

হেমধৰে ইটা মৰাই কেৱল নহয়, নামঘৰ পকা কৰাত তাৰ অৰিহণাই আছিল আটাইতকৈ বেছি।

সেই কেতেকী গাঁৱৰে সন্তান হেমধৰ।

নামঘৰৰ বেৰ-ছাল উৰলিছিল। নতুনকৈ নেসাজিলে নহয়। কিন্তু কি উপায়েৰে ? পঢ়া-শুনা কৰি গাঁৱৰ পৰা ওলাই নগৰত চাকৰি আৰু ব্যৱসায় আদি কৰা মানুহৰ ওপৰতে এখন গাঁৱৰ নামঘৰৰ উন্নতি নিৰ্ভৰ কৰে। আচলতে তেওঁলোকৰ ওপৰত গাঁৱৰ মানুহৰ অত্যাচাৰো অতিপাত হয় লাগ বুলিলেই টকাপইচা নিদিলে তেওঁলোকৰ বিৰুদ্ধে বদনাম গাবলৈ ধৰে। পৰিণামত কিছুমানে গাঁৱলৈ যাবলৈকে এৰে। কিন্তু কেতেকী গাঁৱৰ পৰা ওলাই অহা উচ্চশিক্ষিতৰ সংখ্যা বৰ কম। দুই-চাৰিজন ওলাই গৈছে। গাঁৱলীয়া পৰিবেশেই উন্নতিৰ অন্তৰায় বুলি দুজনে গাঁৱলৈ যাবলৈকে এৰিলে, আনকি নগৰীয়া ছোৱালী বিয়া কৰাই ন কইনাক দেখুৱাবলৈয়ো তেওঁলোক গাঁৱলৈ আৰু নাহিল।

হেমধৰৰ বয়স কিমান হ'ব তেতিয়া ? পোন্ধৰ নে ষোল বছৰ। সি ক'লে, 'নামঘৰ পকা কৰি সাজিব লাগিব। গাঁৱতে ভেটা মাৰি ইটা উলিয়াব লাগিব। আমিয়েই মিস্ত্ৰীৰ কামো কৰিম। অহা বহাগ বিহুত এসপ্তাহ হুঁচৰি গাই ধন তুলিম। হুঁচৰি গাবলৈ চাহ বাগানৰ বৰকেৰেণী বৰমহৰীৰ ঘৰলৈ যাম। যাৰ যিমান আছে তেনেকৈ প্ৰত্যেক ঘৰেই ধান বেচি ধন নামঘৰলৈ বুলি আগবঢ়াব লাগিব।"

গাঁৱৰ সকলোৱে হেমধৰৰ কথা মানি ল'লে।

পিছদিনাৰ পৰা নতুনকৈ নামঘৰ সজাৰ কাম আৰম্ভ হ'লেই।

তিনি মাইল দূৰৰ হাইস্কুলৰ ওপৰ শ্ৰেণীত পঢ়িছিল হেমধৰে। স্কুললৈ যোৱা আৰু ঘৰৰ কাম কৰাৰ উপৰি গোটেই সময়খিনি সি নামঘৰৰ কামত নিয়োগ কৰিলে। পিছৰ ফালে যেতিয়া নামঘৰৰ কাম বেছি হ'ল, তেতিয়া সি ঘৰৰ কামলৈ সম্পূৰ্ণভাৱে আওকাণ কৰিলে।

সাধাৰণতে গাঁৱৰ চহকী ঘৰৰ মানুহৰ কথাই গাঁৱৰ মানুহে বেছিকৈ শুনে। বহুত কাৰণত শুনে: তেওঁলোকৰ পৰা ধন ধাৰলৈ নি পৰিশোধ কৰিব নোৱাৰাৰ বাবে শুনে, মাটি বন্ধকত লৈ মোকোলাব নোৱাৰি শুনে, জ্ঞান আৰু শিক্ষাৰ ভয়ত শুনে। টকা-পইচা থাকিলে মানুহ জ্ঞানীও হয়, কীৰ্তন-ভাগৱতৰ ব্যাখ্যাও তেনে মানুহে ভালদৰে কৰিব পাৰে। কিন্তু সেই নিয়ম কেতেকী গাঁৱত নেখাটিল: ধন, মাটিবাৰী বুলিবলৈ হেমধৰৰ একো নাই। কিন্তু তাৰ কথা সকলোৱেই শুনে। চহকী ঘৰৰ কেইটামান ডেকা আদহীয়াই চেষ্টা কৰিছিল তাক লঘু বা হেয় কৰিবলৈ কিন্তু নোৱাৰিলে। কাৰণ সি গাঁওখনৰ বিবেকস্বৰূপ, গাঁওখনৰ সৰ্বাঙ্গীন উন্নতিৰ বাহিৰে তাৰ অন্য চিন্তা নাছিল। চহকী ডেকা-আদহীয়াই পুনৰ চেষ্টা কৰি চাইছিল, গাঁৱৰ বাবে হুঁচৰি আদি গাই সংগ্ৰহ কৰা ধন হেমধৰে নিজৰ জেপত ৰাখি থয় নেকি? তাতো সেইসকল ব্যৰ্থ হ'ল। এটা পাতি পইচাও তাৰ হাতত নেথাকে।

গাঁৱৰ মানুহক অতিকৈ মুগ্ধ কৰিছিল তাৰ দায়িত্ববোধে। দায়িত্ব পালন যে কি কথা, দায়িত্ব পালন কৰি যে মানুহ একেবাৰে অভিভূত হৈ থাকিব পাৰে, দায়িত্ব পালন যে ইমান এক পবিত্ৰ কাম তাৰ কথা উপলব্ধি কৰিবলৈ হেমধৰৰ উদাহৰণ সেই বিস্তীৰ্ণ অঞ্চলত সাধু প্ৰবচনৰ দৰে বিয়পি পৰিছিল। তাৰ দায়িত্ব পালন কৰা অতি কাষৰ পৰা চাবৰ বাবে দূৰৰ পৰাও মানুহ আহিছিল।

সেই নামঘৰ সাজি থাকোতেই হেমধৰৰ এটা কাণ্ড দেখি গাঁৱৰ মানুহৰ তালৈ ভয় বাঢ়ি গ'ল। নামঘৰৰ ওপৰত উঠি চালৰ কাম কৰি আছিল হেমধৰে। ওচৰতে একে কাম কৰি আছিল তাৰ সমবয়সী বৰদেউতাকৰ ল'ৰা এটাই। সেই ল'ৰাটোৰ মুখত এটামান অবাইচ

মাত ওলাইছিল, মানে ওলোৱাৰ বোধকৰো উপক্ৰম কৰিছিল। "তই নামঘৰত উঠি অবাইচ মাত মাতিবলৈ সাহস কৰ"—এই বুলি হেমধৰে তাক হুয়োহাতেৰে ধৰি ওপৰৰ পৰা বগৰাই তল পোৱালেগৈ, ভাগ্যে সিহঁত খেৰ কিছুমানৰ ওপৰত পৰিল। হেমধৰে 'মাতিবি আজিৰ পৰা অবাইচ মাত" বুলি তাৰ গাৰ ওপৰত বহি পাৰেমানে হাতেৰে মাৰিবলৈ ধৰিলে। কেবাজানো মানুহে আহি তাক টানি নিলেহি। সি পুনৰ ওপৰলৈ উঠি নিজৰ কামত ঘূৰপুতি লাগিলগৈ। ইমানবোৰ মানুহে তালৈ ভয়ে ভয়ে চাই থাকিল, কাৰো মুখত এটাও শব্দ নোলাল। তাৰ বৰদেউতাকো তাত আছিল, তেৱো একো নক'লে। কেৱল ঘৰলৈ যাওতে তেওঁৰ পৰিবাৰে সুধিলে, "সেই বাঘটোৱে ল'ৰাটোক গুৰুলাগুৰুলকৈ মাৰিলে। আপুনি বাপেকটো হৈ কেনেকৈ মনে মনে থাকিলে? সি কিবা যাহু কৰিলে নেকি?" তেওঁ ক'লে, "তোমাৰ পুতেৰাৰ মুখত অবাইচ মাত ওলোৱাটো আমাৰ নিজৰে লাজৰ কথা নহয়নেকি?"

তালৈ গাঁৱৰ মানুহে বাঘৰ দৰে ভয় কৰে আৰু সি সকলোকে যাহু কৰি ৰাখে, এই হুযোটা কথাই সঁচা।

গাঁৱৰ সৰ্বাঙ্গীন উন্নতিৰ বাবে গাঁৱৰ প্ৰত্যেকজন মানুহে নিজৰ নিজৰ দায়িত্ব গভীৰ নিষ্ঠাৰে পালন কৰিব লাগিব। নকৰিলে হেমধৰে সুদাই নেৰে সি বাঘ হবলৈ বাধ্য সেই দায়িত্ব পালনেই হ'ল আন হাতেদি মানুহে প্ৰচাৰ কৰা তাৰ যাহু মন্ত্ৰ। নিজৰ ব্যক্তিগত স্বাৰ্থ সম্পূৰ্ণভাৱে জলাঞ্জলি দি সমাজৰ কল্যাণৰ হকে কাম কৰাটোৰ মাজতে যাহুমন্ত্ৰ নিহিত আছে।

এদিন হেমধৰে পুলিচৰ কামত যোগ দিলে।

তাৰো কাহিনী আছে।

চতুৰ্থ সন্তানটো জন্মৰ হুদিন পিছতে প্ৰসূতা ৰোগত হেমধৰৰ মাক ঢুকাল। ঢুকুৱাৰ মাত্ৰ কেইঘণ্টামানৰ আগতে তাক জোৰেৰে সাবটি ধৰি মাকে ফোঁপাই ফোঁপাই হুটা শবদৰ মাজত বৈ বৈ ক'লে, বোপাই,

অ' মোৰ বোপাইটো, ল'ৰা-ছোৱালীকিটা তোকে গটাই মই ওলালো। তয়েই সিহঁতৰ বাপেৰ-মাৰ হ'লি।" এই বুলি মাকে আৰু কথা ক'ব নোৱাৰিলে।

"বৌটি, অউ বৌটি, তই ক'লে যাৱ-অ' বুলি মাকক জোৰেৰ সাৱটি ধৰি হেমধৰে হুকহুকাই কান্দিবলৈ ধৰিলে। সেই কান্দোন কেবাদিনলৈ থাকিল।

মাকৰ মৃত্যুৰ পিছতে ঘৰৰ প্ৰতি তাৰ দায়িত্বৰ বিষয়ে সি সজাগ হ'ল। পিতাক এজমা ৰোগী, দুৰ্দান্ত এলেহুৱা। মেল মাৰি, ধপাত খাই, কড়ি খেলি দিন অতিবাহিত কৰে। "হেন সূৰ্য্য হৈ'লন্ত উদিত" বুলি হেমধৰক বাপেকে ঠাট্টা কৰে, কিন্তু তাৰ মুখলৈকে সি চাই থাকে।

কিছুদিনৰ পিছতে হেমধৰে প্ৰথম বিভাগত মেট্ৰিক পাছ কৰিলে। পঢ়া শুনাতো তাৰ দক্ষতা দেখি গাঁৱৰ মানুহৰ তাৰ প্ৰতি শ্ৰদ্ধা আৰু বাঢ়ি গ'ল।

মেট্ৰিকৰ খবৰ পোৱাৰ দিনাৰ পৰাই হেমধৰে চাকৰি বা আন কাম বিচাৰিবলৈ ধৰিলে। মাকৰ কাষত সি প্ৰতিশ্ৰুতিবদ্ধ, তিনিটা উঠি অহা ভায়েক ভনীয়েকৰ দায়িত্ব সি লবই লাগিব। ইফালে অকৰ্মণ্য বাপেকটো আছেই। খেতিবাতিত লাগি দুটা টকা ঘটাৰ আশা নাই, কাৰণ খেতিৰ মাটি মাত্ৰ আছে এবিঘা। মাত্ৰ একঠা মাটিত ঘৰটো।

তেনেতে এটা কথা শুনি হেমধৰৰ ভীষণ খং উঠিল।

তাৰ পিতাকে হেনো আকৌ বিয়া কৰাব। ছোৱালী পিতাকৰ খুলখালিয়েক, মানে তাৰে সৰু মাহীয়েকজনী।

কামটো বৰ গোপনে আগবাঢ়িছিল। হেমধৰৰ পিতাকৰ একমাত্ৰ ভয় তালৈকে, তাৰ খং উঠিলে সৰ্বনাশ কৰি পেলাব পাৰে। কিন্তু গাঁৱৰ দুই চাৰিজনে কথাটো জানিছিল, মানে গাঁৱত এজনে জনা মানেই ফাগুনৰ বনৰীয়া জুইৰ দৰে কথাটো বিয়পি পৰা। বিশেষকৈ গাঁৱত কোনোবা কাৰোবাৰ প্ৰেমত পৰিলে, অথবা কাৰোবাৰ বিয়া বন্দোবস্ত হ'লে, সেই কথা একেদিনাৰ ভিতৰতে বিয়াপি পৰিবই।

শুনামতে, জন্মতে মৃত্যু হোৱা হেমধৰৰ কনিষ্ঠতম ভায়েকটোক নিজৰ ঘৰলৈ নি আইতাকে সক জীয়েকক ডাঙৰ-দীঘল কৰাৰ দায়িত্ব দিছিল। ল'ৰাটো জীয়েকে, হেমধৰৰ মাহীয়েকে, ইমান মৰম কৰিবলৈ ধৰিলে যে তাই তাক এৰি থাকিব নোৱাৰা হ'ল। ঘৰৰ ল ৰা ঘৰলৈ ঘূৰাই নপঠিয়াই তাই একেবাৰে আপোন কৰি ল'বলৈ বিচাৰিলে। সেয়েই হ'ল সূত্ৰপাত। প্ৰস্তাৱটো একপ্ৰকাৰ মাহীয়েকৰ পৰাই আহিল বুলি ক'ব পাৰি। তাইৰ বিয়াৰ বয়স প্ৰায় উকলি গৈছিল, দেখিবলৈযো আছিল অগটী।

"ব'ল, মোৰ লগত ওলা" হেমধৰে গাঁৱৰ সমবয়সী দুটা ল'ৰাক নিৰ্দেশ দিলে।

সেই সাত মাইল বাট ধুমুহাৰ দৰে গৈ সিহঁত তিনিওটা মোমায়েকৰ ঘৰ পালেগৈ। আইতাকে ক'লে, 'সোণমণি, বৰ ফোপাই-জোপাই আহিলি দেখোন। বহ, অলপ জিৰাই ল।

"আমি কামত আহিছো আইতা। মাহী ক'ত, মাহী ?"

উধাতু খাই মাহীয়েক ওলাই আহিল। হেমধৰে তাইৰ একেবাৰে সন্মুখত থিয় দি সোঁহাতখনেৰে তাইৰ গাত ধৰো ধৰোকৈ ভয়ঙ্কৰ খঙেৰে সুধিলে. "মই শুনা কথা সঁচানেকি ?"

মাহীয়েকে আৰু আইতাকে মুহূৰ্ততে আচল কথাটো বুজি পালে।

হেমধৰৰ ভয়ঙ্কৰ মূৰ্তি দেখি মাহীয়েক পিছ হুহকি গ'ল।

"পলাব নোৱাৰিবি। বৌটিয়ে মৰাৰ সময়ত ভাই ভনীবোৰৰ দায়িত্ব মোৰ ওপৰত দি গৈছে। তই মাজতে ভেটি-গিৰিহতনী ওলাবলৈ আহিছ। তই মোৰ মাহী আৰু এতিয়া মাহীআই হৈ তই মোৰ ঘৰলৈ যাবলৈ ওলাইছ। বুঢ়ী, তোৰ লাজ নেলাগে। তই ল ৰা-ছোৱালী-কেইটাৰ মূৰ খাবলৈ ওলাইছ। তোৰতো ল'ৰা-ছোৱালী এপাল হবই। খাবি কি ? খুৱাবি কি ? এবিঘা মাটি। সেই কেইটা ল'ৰা ছোৱালীয়েই লঘোণে থাকিবলগীয়া হয়। মোৰ ঘৰলৈ যাবি, তোক-কৈ দিলো মাৰৰ কোবত তোৰ পিঠি একেবাৰে ।"

আইতাকে সাবট মাৰি ধৰি তাক আঁতৰাই নিলে। মাহীয়েকে বেঙেমুতা গৰুৰ দৰে দৰে কঁপিবলৈ ধৰিলে।

"ভাইটো ক'ত?" এইবুলি সি ভিতৰৰ কোঠাত শুই থকা ভায়েকটোক কান্ধত লৈ ওলাই আহিল।

"আইতা, আহিলো," এই বুলি ল'ৰাটো তেনেকৈ লৈয়েই সি জোৰেৰে ঘৰৰ পৰা ওলাই আহিল। লগে লগে ই দুটা ল'ৰা। আইতাকে চিঞৰিলে, 'ল'ৰাটো থৈ যা, সোণমণি। তাক তই কেনেকৈ নিবি?"

নঙলামুখৰ পৰা সি উত্তৰ দিলে "সেই দায়িত্ব মোৰ।"

বিয়া ভাগিল। পিতাকে পুতেকক গালি-শপনি পাৰি কাহি কাহি বিচনাৰ আশ্ৰয় ল লে। ডাঙৰ ভনীয়েকক হেমধৰে সৰু ভায়েকৰ দায়িত্ব দি'ল।

আৰু লগে লগে সি পুলিচৰ কাম পালে।

সন্মুখত হেমধৰৰ ডাঙৰ দায়িত্ব দুটা পুলিচৰ কামত খোপে খোপে ওপৰলৈ উঠা আৰু মাকৰ ওচৰত দিয়া প্ৰতিশ্ৰুতি মতে ভায়েক-ভনীয়েকহঁতক শিক্ষা দি খুৱাইপিন্ধাই মানুহ কৰা।

মাহেকৰ দৰমহা পোৱাৰ দিনা সন্ধিয়াই হেমধৰ নগৰৰ পৰা ঘৰলৈ আহে। যি সামান্য কেইটা বস্তু আনে, সি দেউতাকক আৰু ভায়েক-ভনীয়েকহঁতক ভগাই দিয়ে। এমাহৰ বাবে যিমান পাৰে খোৱা বস্তু কিনি থৈ যায়। মাক যিখিনিত ঢুকাল, তাতে সি বহে, চকুৰপৰা তাৰ টপটপকৈ পানী ওলাই আহে। "বৌটিৰ ফটো এখনো ল'ব নোৱাৰিলো" বুলি সি আৰু বেছিকৈ কান্দে।

প্ৰতি মাহৰ এক তাৰিখে হেম ককাইদেউ আহিব বুলি তিনিওটা গৈ নঙলামুখত ৰৈ থাকেগৈ। বাৰাণ্ডাত ধোৱাখোৱাত ধপাত খাই বহি থাকে সিহঁতৰ পিতাক ডাঙৰ পুতেকৰ অপেক্ষাত। প্ৰতিমাহৰ সেইদিনা সন্ধিয়া ঘৰৰ একে ঠাইতে বহি মাকলৈ মনত পেলাই ল'ৰা-ছোৱালী কেইটাই বহুত সময় ধৰি কান্দে। একেবাৰে সৰুটোৱে, যি জন্মৰ লগে লগে মাকক হেৰুৱালে, সিয়ো ইকিটাৰ লাগতে কান্দে।

পুলিচৰ চাকৰিত উন্নতি কৰিবলৈ হেমধৰৰ বেছি দিন নেলাগিল। তাৰ মূলতে হ'লে তাৰ বিৰল দায়িত্ববোধ। যিটো দায়িত্ব তাৰ ওপৰত অৰ্পণ কৰা হৈছে, সেইটোৰ পালনেই হ'ল তাৰ জীৱনৰ একমাত্ৰ আনন্দ। যিটো কাম কৰি পোৱা টকাৰে মাকক দিয়া প্ৰতিশ্ৰুতি মতে সি ভায়েক-ভনীয়েকহঁতক দুবেলা দুসন্ধ্যা খুৱাব পাৰিছে, তাতকৈ বেছি মহান, বেছি পৱিত্ৰ কাম তাৰ বাবে আন একো নাই।

হেমধৰে আন এটা কথা শুনি ৰাজ্যৰ উচ্চপৰ্য্যায়ৰ পুলিচ বিষয়া তবধ মানিলে। দৰমহাটোৰ বাহিৰে সি এটা লাল পইচাও কাৰো পৰা নলয়। চোৰ-ডকাইত ধৰি আনি সি ৰাস্তাত বা থানাত নিজৰ জেপৰ পইচাৰে চাহ-তামোল খুৱায়। সিহঁতৰ শুকান মুখলৈ চাই সি দুখ পায়। বহুত পুলিচে, কেইজনমান পুলিচৰ বিষয়ায়ো নানা ধৰণে সি ঘোচ লয়নে নলয় প্ৰমাণ চাবলৈ প্ৰলোভন দেখুৱাইছিল, বহুত মানুহক টকা দি তাৰ ওচৰলৈ পঠিয়াইছিল। ধন লোৱাব নোৱাৰি বস্তুকে আগবঢাইছিল। সি নিৰ্লিপ্ত। সেই কথা ৰাজ্যৰ পুলিচ মহলত ক্ৰমে বিয়পি পৰিল। আনকি ডাঙৰ পুলিচ বিষয়া সেই নগৰলৈ আহিলে তাক চাবলৈ তাৰ লগত এষাৰ কথা পাতিবলৈ আগ্ৰহ প্ৰকাশ কৰিলে।

হেমধৰে প্ৰমোচন পালে।

প্ৰমোচন পোৱাৰ কিছুদিনৰ পিছতে ৰাজ্যত বিদেশী-বিতাৰণ আন্দোলন আৰম্ভ হ'ল।

পুলিচ বিভাগত এটা কথা জোৰেৰে প্ৰকাশ পালে, হেমধৰৰ নিজৰ গাঁও কেতেকী হৈ পৰিছে আন্দোলনকাৰী যুৱকৰ ঘাটি। পুলিচে বৰ চেষ্টা কৰিও সেই ঘাটি ভাঙিব পৰা নাই।

উচ্চপুলিচ বিষযাই এদিন হেমধৰৰ লগত সেই কথা আলোচনা কৰিলে। পুলিচ বিষয়াক চমক খুৱাই হেমধৰে ক'লে, "মোক সেই দায়িত্ব দি চাব পাৰে।"

"পাৰিবা? সেইখনতো তোমাৰ নিজৰ গাঁও।"

"পাৰিম। নিজৰ গাঁওখনক ভাল পথে নিয়াটোৱে মোৰ দায়িত্ব বুলি মই ভাবো।"

পিছদিনাই হেমধৰক তাৰ দায়িত্ব দিয়া হ'ল। কেতেকী গাঁৱৰ পৰা ছমাইল দূৰৰ পুলিচ থানালৈ তাক বদলি কৰিলে।

প্ৰথমতে ভায়েক ভনীয়েকহঁতক সি পুলিচ থানালৈ আনিলে। পিতাক নগ'ল, তেওঁ ক'লে, 'মই বেমাৰী মানুহটোক কোনে কি কৰিব?"

ধুমুহাৰ দৰে নিজৰ দাযিত্ব পালন কৰিবলৈ হেমধৰ এইবাৰ নিজৰ গাঁৱত সোমাল।

হেমধৰে জানিব পাৰিছিল, অথবা অনুমান কৰি লৈছিল, ইমান ভাল গাঁওখন লাহে লাহে নষ্ট হৈ গ'ল। এটা ল'ৰা এজনী ছোৱালীয়েও যোৱা তিনিবছৰত মেট্ৰিক পাছ কৰিব নোৱাৰিলে। মদপী হ'ল গাঁৱৰ ডেকা কেইটা, আবেলিয়েই ওলাই যায় চাইকেল লৈ দুপৰ ৰাতি কৰবাত মদ খাই আহি ঘৰত উৎপাত কৰেহি। সেই প্ৰমীলা নামৰ ইমান গুণী ধুনীয়া ছোৱালীজনীৰ জীৱনটো নষ্ট কৰিলে সেই ডেকামাষ্টৰটোৱেঃ সকলোৱেই জানে তাইৰ সন্তানটোৰ সি পিতাক বুলি, কিন্তু সি তাকে অস্বীকৰ কৰি চাৰি-সত্ৰীযা গোসাইৰ আগত আঠু লৈ শপত খাই আহিলগৈ আৰু মানুহে তাকে মানি ল'লে। সিয়েই আয়োজন কৰি অহা নামঘৰৰ মণিকূটৰ ওপৰত টিনকিচলা আজিলৈকে নুঠিল। কুলাঙ্গাৰ কেইটামানে বোলে কিবা হৰি ধ্বনিয়া এঘাৰদিনীয়া উলিয়াই গাঁওখন দুভাগ কৰিবলৈ লৈছে। সিহঁতে মদো খাব, হৰিধ্বনিও কৰিব! হেমধৰৰ শুনি হাঁহি উঠে, পদ্য এটা মুখস্থ কৰা গাঁৱত এটা ল'ৰা নাই, আৰু সেই গাঁৱতে এতিয়া ভাষা-সাহিত্য উদ্ধাৰ কৰা মানুহ ওলাইছে।

সেই কুলঙ্গাৰমখাক ঠাণ্ডা নকৰিলে নহ'ব, হেমধৰ দৃঢপ্ৰতিজ্ঞ। গাওঁখনৰ শ্ৰী পুনৰ ঘূৰাই আনিব লাগিব।

হেমধৰে গাৱঁৰ ঘৰে ঘৰে সন্ত্ৰাসৰ সৃষ্টি কৰিলে।

তাৰ মনত এই ভাৱ দৃঢ হৈ বহিল যে, কেতেকী গাঁৱৰ লগত তাৰ

ৰক্তৰ সম্পৰ্ক আছে। এই গাঁৱৰ ওপৰত নিজৰ দখল কোনো পধ্যে এৰি দিব নোৱাৰি। এদিন গাঁওখন সজাই পৰাই সি নিজৰ দখল সম্পূৰ্ণ কৰিছিল আৰু এতিয়া সেই দখল অক্ষুন্ন বাবে প্ৰয়োজন হ'লে সি গাঁওখন ভাঙি দিব। প্ৰয়োজন বুলি সিয়েই পুনৰ গাঁওখন নতুনকৈ গঢ়িব। তাৰ ক্ষমতা আৰু প্ৰতিপত্তি গাঁৱৰ মানুহবোৰক ভালদৰে দেখুৱাব লাগিব।

গাঁৱৰ মানুহ একেবাৰে অতিষ্ঠ হৈ পৰিল। হেমধৰৰ নামঘৰত বুটজোতাৰে সোমোৱাৰ ভয়ানক ভাবুকিৰ পিছত তেওঁলোকৰ টোপনি নোহোৱা হ'ল।

হেমধৰক কিবা এটা কৰিবই লাগিব। তুৰন্তে কৰিব লাগিব।

কিন্তু তাক কি কৰিব পাৰি ?

আলোচনাই কঠিন ৰূপ ল'লে। বুঢ়াসকলে ক'লে, "তাৰ কেৱল জানটো নেমাৰিবি। তাৰ বাহিৰে যি কৰ কৰিবি। হেজাৰ হওক গাঁৱৰ বাবে সি জানো কম খাটিছিল।"

পুলিচ-মিলিটেৰী চি. আৰ পিৰ বেষ্টনীৰ পৰা হেমধৰক এক মিনিটৰ বাবেও উলিয়াই অনাটো সম্ভৱ নহয়। আনিব পৰাহেঁতেন জীৱনৰ বাবে ঘৃনীয়া কৰি পেলাব পৰা হ'লহেঁতেন। পৰিণাম যি হয় হ'লহেঁতেন। তাৰ বাপেকক কিবা এটা কৰিব পাৰি নেকি ? একো লাভ নহয়, বাপেকৰ কথা সি ৰৰকৈ নেভাবেও, ভায়েক-ভনীয়েকহঁতকতো নিজৰ লগত ৰাখিছেগৈয়ে। তাক বদলি কৰাৰ আবেদনৰো একো ফল নধৰিলে, কাৰণ ওপৰৱালা পুলিচ বিষয়াই ভাবিচিন্তিয়েই এই কামত তাক ৰাখিছে। তাৰ কৰ্তব্য পালনত তেওঁলোক সন্তুষ্ট।

তেনেহ'লে হেমধৰক আৰু কি কৰিব পাৰি ?

নানা গোপন আলোচনা, তৰ্ক-বিতৰ্কৰ শেষত এটা সিদ্ধান্তলৈ অহা হ'ল ঃ হেমধৰৰ চৰিত্ৰৰ যিটো অতি শক্তিশালী গুণ বা দিশ, তাকে তাৰ চৰিত্ৰৰ অতি দুৰ্বল আৰু দোষনীয় দিশ হিচাপে চৰকাৰৰ ওচৰত প্ৰমাণ কৰি দেখুৱাব লাগিব। মানে, কাৰো পৰা কেতিয়াও এক লাল পইচাও

ঘোচ নোলোৱা হেমধৰক বহুদিনীয়া ঘাগু ঘোচখোৰ হিচাপে প্ৰমাণ কৰি দিব লাগিব।

তাৰ বাহিৰে গাঁৱৰ মানুহৰ সন্মুখত অন্য পন্থা নাছিল।

কিন্তু কি উপায়ে সেই দুৰূঢ় কাম সম্পন্ন হ'ব ? আৰু কাৰ দ্বাৰা।

তেনে সিদ্ধান্তলৈ অহাৰ লগে লগেই কেবাখনো বেনামী চিঠি গ'ল চৰকাৰলৈ : হেমধৰে টকা লৈ বহুত আন্দোলনকাৰীক এৰি দিছে। চৰকাৰে সেইবোৰ আবেদন অগ্ৰাহ্য কৰিলে : হেমধৰক চৰকাৰে, পুলিচ বিভাগে বৰ ভালদৰে চিনি পায়।

হেমধৰৰ এজমা বেমাৰত আক্ৰান্ত ধপতুৱা পিতাকৰ সেইবোৰ গোপন কথালৈ একেবাৰে খবৰ নাই। তাৰ বৰদেউতাকে কেৱল ক'লে "গাঁৱৰ, ঘৰৰে ল'ৰা এটাৰ এনেকৈ মিছা বদনাম উলিওৱাটো জানো ভাল হ'ব। আন্দোলননো কিমান দিন চলিব ? সি আকৌ আগৰদৰে হ'ব।"

ডেকাবোৰ খঙত জ্বলি উঠিল। "বদনাম ডাঙৰনে গাঁৱৰ ল'ৰা-কিটাক গুৰুলাগুৰুলকৈ লাঠি আৰু বুটজোতাৰে মৰাটো ডাঙৰ ?"

গাঁৱত সন্ত্ৰাসৰ সৃষ্টি কৰিবলৈ আহি হেমধৰ কাঠমিস্ত্ৰীৰ ঘৰৰ বাহিৰতে অলপসময় চকীত বহে। চাৰিওফালে পুলিচে তাক বেৰি ধৰে। বৰষুণৰ বতৰত সি সদায় এটা অভাৰকোট পিন্ধি আহে।

এই অভাৰকোটটোকে তাৰ গৰাকীৰ বিৰুদ্ধে এপাত অস্ত্ৰ হিচাপে ব্যৱহাৰ কৰিব লাগিব।

পুলিচৰ পোছাক এটা বহুত কষ্ট কৰি যোগাৰ কৰা হ'ল। এটা ডেকাক পুলিচৰ পোছাক পিন্ধাই পুলিচ হিচাপে থিয় কৰাবলৈ বহুদিনৰ আখৰা চলিল। এই কামত সহায় কৰিলে গোপনে ওচৰৰ গাঁৱৰে এজন পুলিচে।

কেৱল পুলিচ বিভাগতে চোৰাংচোৱা নেথাকে, গাঁৱৰ মাজতো চতুৰ চোৰাংচোৱা থাকে। গোপন বাতৰি আহিল, সেইদিনা সন্ধিয়া হেমধৰ গাঁৱলৈ আহিব। আৰু বাতৰি আহিল : সমগ্ৰ অঞ্চলটোত ব্যাপক অভিযান চলাবলৈ কেইজনমান পুলিচ বিষয়া থানাত আহি আছেহি।

এনে এক দুৰ্লভ সুযোগ এৰি দিব নোৱাৰি।

কিনকিনকৈ বৰষুণ দি আছিল।

এক দল পুলিচ লৈ হেমধৰ গাঁৱলৈ আহিল। আগৰ দৰে কাঠমিস্ত্ৰীৰ ঘৰৰ বাৰণ্ডাত বহিয়েই সি অভাৰকোটটো খুলি বেঞ্চতে থলে। অলপ পিছতে সি থিয় হৈ অলপ আঁতৰি পুলিচৰ দলটোক কিবা নিৰ্দেশ দিবলৈ ধৰিলে।

সেই সুযোগতে ছদ্মবেশী পুলিচ আগুৱাই আহিল। লাহে লাহে এন্ধাৰ হৈ আহিছিল, কিনকিনলৈ পৰিছিল বৰষুণ। ছদ্মবেশী পুলিচক কোনেও সন্দেহ নকৰিলে। সি বেঞ্চত বহিযেই লৰালৰিকৈ অভাৰ-কোটটোৰ ভিতৰ জেপত পাঁচখন এশটকীয়া নোট ভৰাই দিলে।

সেই গোপন কাৰ্যত কৃতকাৰ্য হোৱাৰ গোপন বাতৰি পোৱাৰ লগে লগে কেইজনমান মানুহ থানালৈ দৌৰি গৈ পুলিচ বিষয়াক বাতৰি দিলেগৈ—হেমধৰে গাঁৱৰ মানুহৰ পৰা টকা লৈ আন্দোলনকাৰীক গ্ৰেপ্তাৰ নকৰাৰ সিদ্ধান্ত কৰিছে।

হেমধৰ উভতি থানালৈ সোমাবলৈ ধৰোতেই বিষয়াৰ নিৰ্দেশ মতে তাৰ অভাৰকোটটোৰ জেপত টকাখিনি পোৱা হ'ল।

হেমধৰৰ বিষযে এক সিদ্ধান্তলৈ আহিবলৈ পুলিচৰ ওপৰ মহলৰ কেবাদিনো লাগিল।

তেওঁলোকৰ এভাগে হেমধৰে তেনেকৈ টকা লোৱাৰ কথাটো অবিশ্বাস কৰিলে। দুজনমানে প্ৰথমতে অবিশ্বাস কৰিও পিছত বিশ্বাস কৰিবলৈ ধৰিলে। শেষত অৱশ্যে ঈৰ্ষাপৰাযণতাৰে জয় হ'ল। হেমধৰৰ লগত যোৱা দুটা পুলিচে সি গাঁৱৰ মানুহৰ পৰা টকা লোৱাটো স্বচক্ষে দেখিছে বুলি শপত খাই ক'লে।

হেমধৰ সকলো ধৰণৰ প্ৰলোভনৰ উৰ্ধত নিজৰ দায়িত্ব পালন কৰাৰ বাহিৰে জীৱনত তাৰ আন উদ্দেশ্য নাই, সি আজিলৈকে কাৰোপৰা এটা পাতি পইচাও লোৱা নাই—হেমধৰৰ বিষয়ে থকা এনে কাহিনী, অথবা কিম্বদন্তীয়ে পুলিচৰ এটা মহলক অতি ঈৰ্ষাপৰায়ণ কৰি তুলিছিল। লাহে

লাহে সেই ঈৰ্ষাপৰায়ণতা পৰিণত হ'ল প্ৰতিশোধপৰায়ণতাত। নিজৰ গ্লানি, নিজৰ অপৰাধবোধ লুকুৱাবৰ বাবেই হেমধৰৰ কিবা এটা নকৰিলে নহয়।

সিদ্ধান্ত হ'ল: বিশ্বাস হ'লেও বা নহ'লেও ৰাজহুৱা গোচৰ আৰু অভিযোগৰ প্ৰতি সন্মান জনাই হেমধৰক বিসৰ্জন দিব লাগিব: পুলিচৰ নৈতিকতাক ওপৰলৈ তোলাৰ সময় হৈছে।

বৰখাস্ত কৰা পুলিচৰ যি অৱস্থা হয়, হেমধৰৰো সেই অৱস্থা হ'ল। দেখা গ'ল, গাঁৱৰ ভগা ঘৰৰ বাৰাণ্ডাত কেতিয়াবা ফটা খাকী পেণ্ট, কেতিয়াবা গামোচা পিন্ধি প্ৰায় গোটেই দিনটো বহি থাকে। মাজে মাজে বহেহি ভায়েক ভনীয়েক কেইটা। সৰু ভায়েকটো কেতিয়াবা তাৰ পিঠিত উঠেহি। ভিতৰত কাহি কাহি শুই থাকে হাপানীৰোগী পিতাক।

হেমধৰে গাঁৱৰ কাৰো ঘৰলৈ, একেবাৰে কাষৰ মানুহ ঘৰলৈয়ো নেযায়, কথা নেপাতে কাৰো লগত। গাঁৱৰ মানুহৰ নিষ্ঠুৰতা, প্ৰতিশোধ-পৰায়ণতাই প্ৰথমতে তাকো প্ৰতিশোধপৰায়ণ কৰি তুলিছিল: সিয়ো প্ৰতিশোধ ল'ব বুলি প্ৰতিজ্ঞা কৰিছিল। কিন্তু দুদিনমানৰ ভিতৰতে সি শান্ত হৈ পৰিল। মনক বুজালে সি বাৰে বাৰে: নিজৰ জন্মভূমি এই গাঁওখনৰ বিৰুদ্ধে সি ইমান বেছিকৈ যাব নেলাগিছিল, গাঁৱৰ ডেকাকিটাক ইমান বেছিকৈ শাস্তি দিব নেলাগিছিল।

প্ৰথমতে গাঁৱৰ কিছুমান অলপ দূৰৰ পৰা নামকটা পুলিচ বুলি তাক ঠাট্টা কৰিছিল, জোকাইছিল। দলিও মৰা হৈছিল তাৰ গালৈ।

তাৰ ঘৰৰ আগেদি মানুহ যোৱাটো প্ৰায় বন্ধই হৈছিল। সেই একেই কৰুণ দৃশ্য: এখন গামোচা মাত্ৰ পিন্ধি বাৰাণ্ডাত ম্ৰিয়মান হৈ বহি থাকে সি।

লাহে লাহে বাতৰি ওলাল. হেমধৰে ৰুগীয়া পিতাক আৰু ভায়েক-ভনীয়েকহঁতৰ সৈতে প্ৰায়ে লঘোনে থাকে। এটা টকাও তাৰ হাতত নাই। দৰমহাৰ সেইকেইটা টকা কুৰিদিনতে খৰচ হৈ গৈছিল। কিন্তু

হেজাৰ লঘোনে থাকিলেও সি গাঁৱৰ মানুহৰ ওচৰত হাত নেপাতিবলৈ দৃঢ় প্ৰতিজ্ঞ। গাঁৱৰ মানুহে এনেদৰে নিঃকিন তাক কৰিব নেলাগিছিল, এই ভাব তাৰ মনত দৃঢ় হৈ বহিল।

হেমধৰক কিবা এটা নকৰিলে নহয়।

এইকথা গাঁৱত প্ৰচাৰিত হ'ল। তাৰ এনে করুণ অৱস্থা আৰু চাই থাকিব নোৱাৰি। এই বয়সতে গাঁৱৰ এটা মানুহক আৰু তাৰ ভায়েক ভনীয়েককেইটাক নিঃশেষ হৈ যাবলৈ দিব নোৱাৰি। নামঘৰত, বৰপুখুৰীৰ পাৰত, ঘৰে ঘৰে সেই বিষয়ে আলোচনা চলিল। দু'-চাৰি জনৰ চকুপানীও দেখা গল। এই হেমধৰেই জানো গাঁওখনৰ সৰ্বঙ্গীন উন্নতিৰ বাবে এদিন প্ৰাণপণে যত্ন কৰা নাছিল।

কিন্তু কি কৰিব পাৰি? কিবা এটা কৰিলেও হেমধৰে জানো মানিব

শেষত সিদ্ধান্ত হল, গাঁৱৰ মানুহে ঘৰে ঘৰে ধন তুলি আনিৰ কাষতে হেমধৰৰ বাবে এখন গেলা মালৰ দোকান পাতি দিব। সেই দোকানৰ পৰাই আগলৈ গাঁৱৰ মানুহে মাল খাব।

সিদ্ধান্ত হোৱাৰ পিছদিনাৰ পৰাই দোকান পতাৰ কামত জোৰেৰে লগা হ'ল। কাম কিমান দায়িত্বৰে আৰু জোৰেৰে কৰিব ল'গে, সেই আদৰ্শ এসময়ত হেমধৰেই গাঁৱৰ মানুহক দেখুৱাইছিল।

দোকাৰ ঘৰ বাহৰ খুটা আৰু খেৰেৰেই সজাই উলিওৱা হ'ল কিন্তু হেমধৰক কেনেকৈ মান্তি কৰাব পাৰি?

প্ৰথমদিনা গৈছিল দুজনমান হেমধৰৰ ওচৰলৈ। সি মূৰ তুলিয়েই সিহঁতলৈ নেচালে।

দুদিনৰ পিছত পুনৰ আহিল কেবাজনো। প্ৰথমতে হেমধৰে মূৰেই নুতুলিলে। ভালেমান সময়ৰ পিছত সি দেখিলে, প্ৰায়ে লঘোণত থকা তাৰ ভায়েক-ভনীয়েক কেইটাই মানুহ কিজনৰ মুখলৈ কিবা এক পৰম সম্পদ পোৱাৰ আশাৰে বহল বহলকৈ চকু মেলি চাই

আছে। সি এইবাৰ ৰব নোৱাৰিলে। আৰ চকুৰেদি পানী ওলাই আহিল। ইকিজন লোকৰো।

গাঁৱৰ মানুহে সাজি দিয়া দোকানঘৰত সোমাই পুনৰ হেমধৰৰ মুখ খোল খালে। সেই কথাত প্ৰকাশ পালে পুনৰ গাঁৱৰ মানুহক শাসন কৰাৰ সুৰ। নামঘৰত এইবাৰ টিনপাত লগাব লাগিব, পাৰিলে বিজুলীবাত্তিও আনিব লাগিব, স্কুলত পঢ়া ল'ৰাজাক যাতে সন্ধিয়াৰ আগে আগে ঘৰ সোমাইহি তাৰ ব্যৱস্থা কৰিব লাগিব মধুৰামৰ ছোৱালীজনীৰ বয়স বৰ বাঢ়ি গ'ল—তাইলৈ দৰা এটা বিচাৰিব লাগিব, আদি।

এদিন আবেলি সি এৰি থৈ অহা অভাৰকোটকে পিন্ধি নতুন ডাৰোগাৰ নেতৃত্বত পুলিচৰ দল এটা আহি হেমধৰৰ দোকানত সোমালহি আন্দোলনকাৰী ডেকাদলৰ সন্ধানত।

হেমধৰে স্পষ্টভাৱে কৈ দিলে, "এই গাঁৱৰ দায়িত্ব বৰ্তমান মোৰ হাতত পৰিছে। ইয়াত কোনো আন্দোলন কৰা মানুহ নাই। আপোনালোক গাঁৱত নোসোমাব।"

———

# উপসংহাৰ

স্কাইউইগুৰ আইনাত খটখট শব্দ হোৱাৰ আগতেই অংশুমানে আজি সাৰ পালে।

সম্পূৰ্ণ এটা নিশা শোৱাৰ পিছত সাৰ পোৱা বুলি ক'ব নোৱাৰি, ৰাতি আঠেটামান বজালৈকে টোপনি নহা দেখি এটা কাম্পজ পিল খাইছিল সি, আৰু আধা ঘণ্টামানৰ ভিতৰতে টোপনি নহাহেঁতেন, অন্ততঃ চকু দুটা অলপকৈ হ'লেও মুদ নোখোৱাহেঁতেন, অথবা স্বপ দেখি থকাৰ দৰে চকু মুদ নোখোৱাহেঁতেনো সি আৰু এটা পিল খালেঁহেঁতেন। টোপনি আছিল তাৰ বাবে অতি প্ৰয়োজনীয়। ৰাতিপুৱাই সি ঘৰৰ পৰা ওলাই যাব লাগিব, খৰধৰকৈ অফিচৰ কিছুমান কাম কৰি ল'ব লাগিব দুজনমানক লগ পাব লাগিব, মিটিং এখনো আছে, দুপৰীয়াৰ প্লে'নত যাব লাগিব দিল্লীলৈ।

প্ৰবল ধুমুহা আৰু বৰষুণ নহ'লে অতি ৰাতিপুৱাই, দোকমোকালিতে সদায় দুটা শালিকা আহি মেলি থোৱা, মাত্ৰ সামান্যভাৱে হেলনীয়া স্কাইউইগুখনত বহেহি। প্ৰথমতে বাহ দুয়োটাই আইনাৰ তললৈ চায়, মূৰবোৰ বেঁকা কৰি কৰি, মূৰৰ লগে লগে চকুবোৰ বেঁকা কৰি কৰি চায। লগে লগে এটা শালিকাই আইনাত ঠোঁটেৰে খটখটকৈ ডাঙৰ শব্দ কৰে, কেৰাবাৰো কৰে। শব্দ কৰি থাকোতেই সি ইটোলৈ চায। ইটো শালিকাই যথেষ্ট গাম্ভীৰ্যৰে কেতিয়াবা হালধীয়া এটা ঠেং কোঁচাই ইটোৰ দ্ৰুত গতিৰে আইনাত ঠোঁটেৰে খটখটকৈ মৰা দৃশ্য চাই থাকে। কেতিয়াবা সি মূৰটো এটা সাবলীল ভঙ্গীত নমাই বেচ কৌতুহলেৰে যেন কোঠাৰ ভিতৰলৈ চাই পঠিয়ায়। চৰাইটোৱে আইনাৰ ওপৰতে নচাৰ ভঙ্গীত দুপাকমান ঘূৰি হঠাৎ উৰা মাৰে। ইমান সময় আইনাত খটখট শব্দ কৰি থকা চৰাইটোৱো ইটোৰ পিছে পিছে উৰা মাৰে।

সেই খটখট শব্দতে অংশুমানে প্ৰায় সদায় সাৰ পায়। তাৰ পৰিবাৰ বাসন্তীয়ে অৱশ্যে তাৰ আগতেই সাৰ পায়।

বাসন্তীয়েই চৰাই দুটাৰ সেই আচৰণৰ অৰ্থ অংশুমানক এদিন বুজাই দিছিল। আইনাত ঠোঁটেৰে খটখট শব্দ কৰাটো হ'ল মতা শালিকা। হালধীয়া ৰঙৰ ঠেং এটা কোঁচাই গম্ভীৰভাৱে থিয় হৈ থাকি ইটো চৰাইৰ সেই কাম চাই থকাটো হ'ল মাইকী। মতা-টোৱে সেই ঠাইতেই সিহঁতৰ বাহ সজা ভাল হ'ব বুলি মাইকীজনীক বুজায় মাইকীজনীয়ে মূৰ নমাই কোঠাৰ ভিতৰলৈ কেবাবাৰো চাই অনুমান কৰে এই স্থান চৰাইৰ বাসপোযোগী নহয়। তাই তাইৰ সংগীৰ প্ৰস্তাৱ অগ্ৰাহ্য কৰে।

"তাৰ মানে, চৰাইটোৱে এনেকৈয়ে গোটেই দিনটো বাহ সাজি-বলৈ ঠাই বিচাৰি ফুৰে। চৰাইজনী বাৰে বাৰে তাৰ কামত সন্তুষ্ট নহৈ উৰি যায়?" অংশুমানে সোধে।

"তাইৰ পছন্দ নহ'লে দুয়োটাই কেনেকৈ একেলগে একেটা বাহত থাকিব।"

চৰাইৰ শব্দত সাৰ পাই সদায় অংশুমানে খিৰিকিৰ কাষৰ চকিখনত বহি অনতিদূৰৰ ব্ৰহ্মপুত্ৰলৈ চায়। ভালেমান সময় চাই থাকে। সদায় একে দৃশ্য, অথচ আমনি নেলাগে চাই। এক পৰমাশ্চৰ্য ৰূপ, আকাশৰ ৰং আৰু নদীৰ পানীৰ ৰং একে হৈ যায়, বৰষুণৰ বতৰত ডাৱৰে ঢকা আকাশৰ ৰং যেন নামি আহি নদীৰ পানীৰ লগত মিলি যায়। আন দিনা ফৰকাল বতৰত আকাশৰ গভীৰ নীলা বৰণ যেন পূৰ্ণভাৱে প্ৰতিফলিত হয় নদীৰ বিশাল পানীত। নদীৰ এই পাৰৰ পাহাৰৰ সিপাৰেদি উঠিবলৈ ধৰা সূৰ্য্যৰ পোহৰত নদীৰ সিপাৰৰ পাহাৰবাশি উজ্জ্বল হৈ উঠে, ধীৰে ধীৰে ইটো পাহাৰৰ ওপৰত সিটো পাহাৰ উঠি উঠি যেন অনন্তত বিলীন হৈ পৰে।

সেইদৰে নদীৰ বুকুলৈ চাই থাকোতেই অংশুমানৰ যৌৱনৰ সেই স্বপ্নলৈ প্ৰায়েই, সদায়েই বুলি ক'ব পাৰি মনত পৰে। গুৱাহাটীৰ

কলেজত পঢ়িবলৈ লৈয়েই আবেলি এই নদীৰ পাৰত সি ফুৰিবলৈ আহে, খোজৰ গতি কেতিয়াবা তাৰ ক্ষুৰন্ত হৈ উঠে, নদীৰ বুকুৰ পৰা উঠি অহা বতাহ সেৱন কৰি তাৰ মন শীতল প্ৰফুল্লিত হয় আৰু এইদৰে ভালেদিন নদীৰ পাৰত ফুৰি ফুৰি সি স্বপ্ন দেখে, এই নদীৰ পাৰতে, হয়তো নদীৰ পাৰৰ পাহাৰতে, সি নিজে এদিন এটা ঘৰ নিৰ্মাণ কৰিব, নদীৰ পানীত সূৰ্যোদয় আৰু সূৰ্যস্ত দেখিবলৈ পাব সি গোটেই জীৱন, বিচিত্ৰ ৰঙৰ পালতৰা নাও উটি যাব তাৰ চকুৰ আগেদি প্ৰতি আবেলি আবেলি। কলেজীয়া জীৱন শেষ হোৱাৰ লগে লগে সি স্বপ দেখে এক নাৰীৰ, কণীৰ আকৃতিৰ মুখৰ, বিশাল চকুৰ, সি সেই কল্পনাৰ ঘৰৰ খিৰিকিয়েদি এদিন নদীৰ সিপাৰলৈ দূৰ শূন্যলৈ দৃষ্টি ৰাখি বিস্ময়াভিভূত হৈ পৰিব। পঢ়ি পঢ়ি অভিভূত হোৱা ইংৰাজ কবিৰ কবিতাৰ বৰ্ণনাৰ সেই নাৰী, শুই থাকোঁতে যি হৈ পৰিব কোনো এক বন্ধ হৈ পৰা গোলাপৰ দৰে, এজ দ' ৰ'জ ছুদ ছাট এগু বী এ বাদ্ এগেইন। তাৰ পিছত স্বপ্ন দেখিলে সি দুটা ল'ৰা-ছোৱালীৰ, হাতত ধৰি সিহঁতক নদীৰ বিস্তীৰ্ণ পাৰত সি ফুৰাবলৈ নিব, জীৱনৰ জগতৰ মহৎ ভাৱ-চিন্তা সিহঁতৰ মনত সুমুৱাই দিব, নিজৰ জীৱনত যিটো শ্ৰেষ্ঠ কাম কৰিব পৰা নহ'ল, সিহঁতৰ দ্বাৰা তাক সম্পূৰ্ণ কৰাই ল'ব।

এদিন সঁচাকৈয়ে সকলো সম্পূৰ্ণ হৈ গ'ল নদীৰ পাৰত সেই ঘৰ, পদ-মৰ্যদা, নাৰী, সন্তান, সেই নদীৰ বুকুৰ হু হু কৰে উটি অহা বতাহ অপূৰ্ব বিশাল সূৰ্যোদয, সূৰ্যাস্ত। কিন্তু—

অংশুমানে ঘড়ীলৈ চাই লৰালৰিকৈ বাথৰূমত সোমাল। সোমোৱাৰ আগতে চাই গ'ল, দুৱাৰ খুলি থোৱা সিটো কঠোৰ বিচনাৰ কাষত বহি তললৈ মূৰ কৰি বাসন্তীয়ে বিষণ্ণ মনে আঙুলিৰে এডাল এডালকৈ নিজৰ চুলি টানিছে। চুটকেচত কাপোৰকেইটা আজি বাসন্তীয়ে ভৰাই দিয়াৰ আশা নাই। নিজেই ঠিক কৰি ল'ব লাগিব।

অংশুমানে পৰিবাৰ বাসন্তীক একো কোৱা নাই। মনত তাই

দাৰুণ আঘাত পাইছে, সম্ভৱ গোটেই ৰাতিটো তাই হা-হুমুনিয়াহ কাটিয়েই কটাই দিলে। পাব, এনে এক অভাৱনীয় করুণ ঘটনাত মাক হৈ তাই দুখ পাবই, অংশুমানে ভাবিলে, এই দুখ স্থায়ী নহয়, কোনো দুখেই কোনো শোকেই স্থায়ী নহয়, সময়ৰ আমোঘ গতিত সকলো লোপ পাব, নতুন ঘটনা ঘটিব, নতুন দুখত মন পুনৰ বেছি ম্রিয়মান হ'ব। কিন্তু ছোৱালীজনীয়ে এনে এক অদ্ভুত কাণ্ড কৰি যাবলৈ নেলাগিছিল, দুদিনৰ বাবে মাক-দেউতাকৰ ঘৰলৈ আহি সিহঁতক, বিশেষকৈ মাকক ইমান দুখ দি যাব নেলাগিছিল।

বিয়াৰ নমাহমানৰ পিছত আহিছিল গীতিকা স্বামীৰ লগত। তাৰ বয়স বেছি নহয়, এই বয়সতে সি বেঙ্কৰ এজন বিষয়া হ'ব পৰিছিল। জীয়েক-জোঁৱায়েকক আদৰিবৰ বাবে, একমাত্র কন্যাক বিয়াৰ পিছত এই প্রথমবাৰৰ বাবে নিজৰ ঘৰত আদৰিবৰ বাবে, মাক উত্রাৱল হৈ পৰিছিল, উন্মাদৰ দৰে প্রায় হৈ পৰিছিল। সিহঁত মাত্র চাৰিদিন থাকিবৰ বাবে এটা ডাঙৰ কোঠা বহুদিন ধৰি তাই নিজ হাতে সুন্দৰকৈ সজাইছিল, জোঁৱায়েকৰ টেইষ্ট অনুমান কৰি ৰং দিছিল, পৰ্দা চিলাই কৰি খিৰিকিত লগাইছিল, সংলগ্ন বাথৰুমত নতুন বেচিন টেপ লগাইছিল। দুবাৰ-তিনিবাৰ বিচনাচাদৰ কভাৰ গাৰু গিলিপ বদলাইছিল। কি কি ৰান্ধি খুৱাব, বহুদিনৰ আগৰে পৰা তাই মনতে ঠিক কৰি থৈছিল। কেৱল দুদিনমানৰ আগৰে পৰাই যেন নহয়, ভালেমান দিন ধৰিও যেন নহয়, বহু বছৰ ধৰি যেন তাই জীয়েক আৰু জোঁৱায়েকক একে লগে আদ-ৰিবৰ বাবে অনন্ত আশাত বন্দী হৈ আছিল।

পৰিকল্পনা মতেই সকলো হৈছিল। হৃদয় পূৰ্ণ কৰি জীয়েকক আৰু দিল্লীত পঢ়ি থকা নিজৰ একমাত্র পুতেকক কৰাৰ দৰে বাসন্তীয়ে জোঁৱায়েকক আদৰ কৰিছিল। অংশুমানৰো হৃদয় গৌৰৱ আৰু আনন্দৰে উপচি পৰিছিল। কিন্তু তৃতীয় দিন ৰাতি এটা ঘটনা ঘটিল। অংশুমানে পিছত ভাবিছিল, কিবা এক অলৌকিক

উপায়ে সেই ঘটনাটো কেতিয়াও ঘটা নাছিল বুলি প্ৰমাণ কৰি দেখুৱাব নোৱাৰিনে! বাসন্তী উঠি যোৱাৰ আগতে সি যদি প্ৰথমতে গৈ সেই দৃশ্য দেখিবলৈ পালেহেঁতেন। অথবা, তেনে এক ঘটনা ঘটিব বুলি এক আসুৰিক সম্ভাৱনাৰ কথা ভাবি ভাত খোৱাৰ পিছতে এটা কাম্প'জ পিল খুৱাই বাসন্তীক শুৱাই থব পৰাহেঁতেন!

ৰাতি সম্ভৱ এটামান হৈছিল। গীতিকাইতৰ কোঠাত কাজিয়া লগাৰ দৰে হুলস্থুল শুনি বাসন্তীয়ে হঠাৎ সাৰ পালে। খৰধৰকৈ বিচনাত বহি তাই ঘটনাটো কি আয়ত্ত কৰিবলৈ যত্ন কৰিলে। অংশুমানক তাই নজগালে, ফাইল চাই অলপ আগতে মাত্ৰ সি শুইছে। কাজিযাৰ, মুখে মুখে কথা কোৱাৰ শব্দ বেছি হৈ আহিল। মজিয়াত নামি দুৱাৰ খুলি পোনে পোনে তাই গীতিকাৰ কোঠাৰ দুৱাৰৰ কাষ পালেগৈ। তাই আৰু সহ্য কৰি থাকিব নোৱাৰিলে, ওচৰৰ মানুহঘৰে শুনে বুলি তাইৰ ভীষণ ভয় হ'ল। দুৱাৰত হেঁচা দিওঁতেই খোল খাই গ'ল। দুৱাৰ খুলি দুখোজ সোমাযেই তাই এক ভয়ঙ্কৰ দৃশ্য দেখিবলৈ গালে। গীতিকাই বাওঁহাতত এটা মদৰ গিলাচ লৈ সোঁহাতেৰে গিৰিয়েকৰ বাউসিত খামোচ মাৰি ধৰিছে আৰু সি দেৱালত আঁউজি বাওঁহাতেৰে তাইৰ ডিঙিত ধৰি আছে। বাসন্তীক দেখি গীতিকাই গিৰিযেকৰ বাউসিত নিজৰ হাতৰ মুঠি শিথিল কৰি দিলে আৰু গিৰিয়েকে তাইৰ ডিঙিৰ পৰা হাতখন একৰাই আনিলে। বাসন্তীয়ে চকু দুটা যিমান পাৰি সিমান বহলাই দাৰুণ আতঙ্কত যেন সোঁহাতখন গীতিকাৰ ফালে প্ৰসাৰিত কৰি দিলে আৰু মুহূৰ্তত যেন হাতখন জঠৰ হৈ পৰিল। শৰীৰৰ সমস্ত শক্তিৰে এইবাৰ তাই হাতখন প্ৰসাৰিত অৱস্থাতে জীয়েকৰ ফালে আগুৱাই গ'ল আৰু জীয়েকৰ কাষ পাওতেই তাইৰ হাতৰ গিলাচটো কাৰ্পেটৰ ওপৰত পৰাত মদ মিহলি পানীয়ে মাকৰ মেখেলাৰ তলডোখৰ তিয়াই পেলালে। মেখেলালৈ চাই মাক এইবাৰ এখোজ দুখোজকৈ পিছ হুহকি আহিল আৰু দুৱাৰ পাৰ হৈয়েই উন্মাদৰ দৰে দৌৰি

নিজৰ কোঠাত সোমালগৈ। বিচনাত তললৈ মূৰ কৰি তাই হুকহুককৈ শব্দ কৰি কান্দিবলৈ ধৰিলে।

অংশুমান সাৰ পালে। লগে লগে বাসন্তীৰ মেখেলাৰ পৰা অহা মদৰ গোন্ধ সি পালে আৰু কান্দি কান্দিয়েই তাই ঘটনাটোৰ কথা তাক কৈ দিলে।

এটা দীঘল হুমুনিয়াহ ওলাই আহিল অংশুমানৰ মুখৰ পৰা, কিন্তু সি আচৰিত ন'হল, সামান্যভাৱেও ভয় নেখালে। বিয়াৰ পাঁচ মাহমানৰ পিছতে বোম্বাইত থকা জীয়েক-জোঁৱায়েকৰ ঘৰত দুদিন থাকিয়েই গীতিকাই মদ খাবলৈ ধৰাৰ কথা সি গম পাই আহিছে।

অংশুমানে পত্নীৰ বাউসি এটাত আদৰে'ৰে ধৰি ক'লে, "সৰু ছোৱালীৰ দৰে নেকান্দিবা। সিহঁতে মদ খাব, কাজিয়া কৰিব, ৰাতি-পুৱা আকৌ সুস্থ হৈ পৰিব। এইটো কথাত ভয় খাবলগীয়া কি আছে? তুমি মাজত গৈ নোসোমাবাগৈ।"

"মোৰ ছোৱালীয়ে মদ খাবলৈ শিকিলে, মদ খাই গিৰিয়েকৰ লগত কাজিয়া কৰিবলৈ শিকিলে," এই বুলি বাসন্তীৰ কান্দোন বেছি হ'ল। অলপ সময় কান্দি তাই এইবাৰ জোৰেৰে ক'লে, "তাই মদ খাবলৈ কেনেকৈ ধৰিলে। সৰুৰে পৰা তাইক ভালদৰে—"

মানে, অংশুমান বুজি পালে, এতিয়া আৰু ৰক্ষা নাই। গোটেই ৰাতি বাসন্তীয়ে চিঞৰিব, কথা কৈ যাব, অতীতৰ সকলো কথা অকণো নোৰোৱাকৈ কৈ যাব, এই এটাইবোৰ কথাৰে একমাত্ৰ অৰ্থ হ'ব, দেউতাকে অকণমান সময়ো খৰচ কৰি সৰুৰে পৰা ছোৱালীজনীক ভাল-দৰে শিক্ষা দিয়াহেঁতেন তাই বিয়াৰ এবছৰৰ ভিতৰতে গিৰিয়েকৰে হওক বা আন কাৰো-কাৰোবাৰে প্ৰভাৱত মদ খাই ৰাতি ৰাতি এনেকৈ কাজিয়া নকৰিলেহেঁতেন।—

অংশুমানে অকণো শব্দ নকৰাকৈ ড্ৰয়াৰৰ পৰা কাম্প'জৰ পিল এটা উলিয়াই ড্ৰইংৰুমলৈ গ'ল।

অদ্ভুত লাগিল ভাবি অংশুমানৰ! সেইজনী গীতিয়ে মদ খাবলৈ

শিকিলে। কিমান বয়স আছিল তেতিয়া তাইৰ ? ষষ্ঠ নে সপ্তম শ্ৰেণীত পঢ়িছিল। তাইৰ মোমায়েক এটাই এদিন মদ খাই আহি তাৰ ঘৰত উৎপাত কৰিছিলহি। মোমায়েকৰ কোলাত খেলি থকা সেই গীতিয়েই তাক ঘৰৰ পৰা বাহিৰ হৈ যাবলৈ কৈছিল এই বুলি : আমাৰ ঘৰত এই কাম নচলিব। তুমি দেখিছানে নাই, আমাৰ দেউতাই মদতো নোচোৱেই, চুৰট এটাও নেখায়।

অংশুমানে আজি বৈ বৈ অনুভৱ কৰে, মনৰ ভিতৰত এক স্বীকাৰোক্তিয়ে গুমৰি গুমৰি থাকে, মদ চুৰট খোৱাতকৈ এক বেছি ভয়াবহ কাণ্ড কৰিলে সি। কন্যাৰ প্ৰতি থাকিব লগা দায়িত্ব পালন কৰিব নোৱাৰাৰ বাবে, কৰিব নোৱাৰা বাবে নহয়, কৰিবলৈ ইচ্ছা নকৰা বাবেই এনে এজনী পৰমা সুন্দৰী আৰু গুণৱতী ছোৱালীৰ ভাগ্যই বিপৰীত দিশে গতি কৰিলে। পৰিয়ালৰ প্ৰতি, পুত্ৰ-কন্যাৰ প্ৰতি অলপো দায়িত্বশীল হোৱাহেঁতেনেই এই ঘৰখনৰ সমগ্ৰ চৰিত্ৰটোৱেই বেলেগ হৈ পৰিলহেঁতেন। মনত পৰি আজি তাৰ বুকুত শোকে খুন্দা মাৰি ধৰে, সদায় আবেলি-সন্ধিয়া গীতিকাই দেউতাকৰ হাতত ধৰি নদীৰ পাৰত ফুৰিবলৈ পোছাক পিন্ধি সাজু হৈ থাকে, গেটৰ মুখত থিয় হৈ অনন্ত আশাত থাকে আৰু সি সন্ধিযাৰ বহুত পিছত অফিচৰ পৰা এজাপ ফাইল লৈ ঘৰ সোমাইহি। সন্ধিয়া মেজৰ কাষত বহি গীতিযে যেতিয়া ইংৰাজীৰ এসময়ৰ প্ৰখ্যাত ছাত্ৰ দেউতাকৰ পৰা ইংৰাজী কিতাপৰ পাঠ বুজিবলৈ, শিকিবলৈ অপেক্ষা কৰে, তেতিয়া দেউতাকে হয় ফাইলত মূৰ গুঁজি থয়, নহ'লে ড্ৰইংৰুমত বহি বন্ধু-বান্ধবৰ লগত কথা পাতি সুদীৰ্ঘ সময় অতিবাহিত কৰে। কি ফাইল আছিল সেইবোৰ ? কি কথা পাতিছিল গধূলি গধূলি বন্ধু-বান্ধবৰ লগত সি ? গা শিয়ৰি উঠে আজি ভাবি অংশুমানৰ। কোনো নীতি নাই, শৃঙ্খলা নাই, কিছুমান বিষয়া-কৰ্মচাৰীক এঠাইৰ পৰা আন ঠাইলৈ, এটা অফিচৰ পৰা আনটো অফিচলৈ বদলি কৰা মন্ত্ৰী-কমিছনাৰ-ছেক্ৰেটেৰীয়ে বেয়া পোৱা কাৰো বিৰুদ্ধে অভিযোগ প্ৰস্তুত কৰা, ন'টচিট লিখা, কাৰ্যকৰী নহ'ব বুলি

জানিও অজস্ৰ পৰিকল্পনা-আঁচনি প্ৰস্তুত কৰা। আৰু কি? বন্ধু-বান্ধৱৰ লগত হোৱা কথা-বতৰাত কিছুমান অমঙ্গলীয়া ৰাজনীতি, প্ৰমোচন, কোনোবা মন্ত্ৰী-বিষয়াৰ ব্যক্তিগত জীৱন, দৈনিক বাতৰিৰ কোনো চাঞ্চল্যকৰ খবৰ। আৰু কি? গীতিয়ে বহুদিন ধৰি কান্দিলে। কান্দি কান্দি এদিন তাইৰ চকুপানী নোলোৱা হৈ গ'ল। তাইৰ মনৰ ভিতৰত অজস্ৰ ক্ষোভ-অভিযোগ পুঞ্জীভূত হ'ল। পিতৃৰ পৱিত্ৰ কল্যাণ হাতৰ স্পৰ্শৰ পৰা তাই নিজকে করুণভাৱে বঞ্চিত বুলি ধৰি ল'লে। পিতৃ আৰু কন্যাৰ সম্পৰ্ক দিনে দিনে সুদূৰ হৈ আহিল।

জগতৰ, জীৱনৰ মহৎ কথা-ঘটনা সকৰে পৰা তাইৰ মনত সুমুৱাই দিব পৰাহেঁতেন, অংশুমানে ভাবিলে, তাইৰ স্বভাৱ চৰিত্ৰ এক অতি দৃঢ় বান্ধোনৰ মাজত আবদ্ধ হৈ থাকিলহেঁতেন। দিনে ৰাতিয়ে তাই হেডলি চেইজ, হেৰল্ড ৰবিন, মেকলিনৰ কিতাপ নপঢ়িলেহেঁতেন। জগতৰ জীৱনৰ মহৎ কথাবোৰ সৰুৰে পৰা তাইক শিকোৱাহেঁতেন বিয়াৰ পিছতে মদ খোৱা স্বামীৰ প্ৰভাৱতে হওক তাই মদ খালেহেঁতেন নে নাই, অংশুমানে ঠিক নেজানে। কিন্তু এটা বিষয়ত সি নিশ্চিত: মাকৰ ঘৰলৈ আহি এনেদৰে মদ খাই হুলস্থুলৰ তাই সৃষ্টি নকৰিলেহেঁতেন। অংশুমানৰ মন চঞ্চল হৈ পৰে, কিবা এক অলৌকিক উপায়েৰে সেই দিনবোৰ পুনৰ ঘূৰাই আনিব নোৱাৰিনে? সেই দিনবোৰ, যেতিয়া অফিচৰ পৰা আবেলিয়েই খৰধৰকৈ আহি গীতিক টলষ্টয়ৰ কোনো এক বৃহৎ গল্প, প্ৰহ্লাদ চৰিত্ৰৰ কোনো এক অধ্যায়, হেমলেট নাটকৰ কোনো এক মহৎ দৃশ্য, অথবা লিঙ্কনৰ জীৱনৰ কোনো এক মহৎ কাহিনী তাইক কব পাৰিলেহেঁতেন, ব্যাখ্যা কৰিব পাৰিলেহেঁতেন?

কন্যাৰ কোমল অনুসন্ধিৎসু মনত জগতৰ মহৎ চিন্তা স্থাপন কৰাৰ পৰিবৰ্তে সি তাইক কিনি আনি দিলেহি দামী দামী কাপোৰ, অসমৰ বাহিৰৰ বজাৰত পোৱা মনোমোহা পোছাক। যি সময়ত অতি প্ৰয়োজনীয় হৈছিল তাইৰ মন আৰু চৰিত্ৰৰ বিশাল প্ৰস্তুতিৰ বাবে চিন্তা আৰু আলোচনা, সেই সময়ত দায়িত্বৰ পৰা হাত সাৰিবৰ বাবে সি পৰীক্ষাৰ

শ্বৰ্টকাটত ধৰিলে ঃ মনৰ দিগন্ত উজ্জ্বল কৰাতকৈ শৰীৰৰ সৌন্দৰ্য উজ্জ্বল কৰাৰ কথা ভাবিলে। দুৰ্ভাগ্যৰো এটা সীমা আছে।

সত্য, ঘৰুৱা শিক্ষক দি, এজন নহয় দুজনকৈ দি, তাইৰ প্ৰতি থকা দায়িত্বৰ পৰা সি ৰক্ষা পালে, কিন্তু সি উপলব্ধি কৰিব নোৱাৰিলে সি কি পৰম সম্পদ লভাৰ পৰা নিজকে বঞ্চিত কৰিলে।

কালি আবেলিয়েই গীতিকা আৰু তাইৰ স্বামী গ'লগৈ। সিহঁত যোৱাৰ বহুত আগৰ পৰাই বাসন্তীয়ে চকিত বহি মূৰটো অলপ হাওলাই আঙুলিৰে এডালৰ পিছত সিডালকৈ চুলি টানিবলৈ ধৰিছিল। সিহঁত ওলাই যোৱাৰ বহুত পিছলৈকে সেই একেদৰে চুলি টানি টানি তাই বহি আছিল।—

চুটকে'চত খৰধৰকৈ কাপোৰ ভৰাই অংশুমানে যাবৰ বাবে সাজু হৈ বাসন্তীৰ আগত থিয় দিলে। তাই এইবাৰ খৰধৰকৈ গৈ দিল্লীত পঢ়ি থকা একমাত্ৰ পুত্ৰ গৌতমক দিবলৈ এটা টোপোলা, টকা আৰু এখন চিঠি চুটকেচ'ত ভৰাই দিলেগৈ।

বাসন্তীয়ে ক'লে, "হোষ্টেললৈ গৈ তাৰ কি অসুবিধা হৈছে, চুপাৰিন-টেনডেণ্টৰ লগত তাৰ কি লাগিছে, ভালদৰে বুজিবাজি এটা মীমাংসা কৰি আহিব। লগৰ ল'ৰাৰ আগতে তাক খং নকৰিব, ধমকি নিদিব। অফিচৰ কাম বাদ দিয়ো তাৰ লগত বৰ কমকৈয়ো এটা দিন খৰচ কৰিব নোৱাৰিবনে? নোৱাৰিলে কেনেকৈ হ'ব? নহ'লে এটা কাম কৰিব। তাক বুজাই বঢ়াই ঘৰলৈকে দুদিনমানৰ বাবে লৈ আহিব। তাক মৰম কৰি হাতত ধৰি এদিনমান ফুৰালেই দেউতাকৰ লগ লাগিব। তাৰ বয়সনো কিমান।•••

আগ্ৰহেৰে পত্নীৰ কথাখিনি শুনি অংশুমানে বেগেৰে ঘৰৰ পৰা ওলাই মটৰত বহিলগৈ।

পুতেক গৌতমলৈ ইতিমধ্যে টেলিগ্ৰাম কৰা হৈছে পিছদিনা ৰাতিপুৱা নমান বজাত আছাম হাউছত অংশুমানক লগ ধৰিবলৈ।

কেইদিনমানৰ আগতে গৌতমৰ হোষ্টেলৰ চুপাৰিনটেনডেণ্টৰ পৰা

এখন চিঠি আহিছিল। কেতিয়াবা ৰাতি সি হোষ্টেলত নেথাকে। দুমাহমান হোষ্টেলৰ টকা ঠিকমতে দিয়া নাই—

চৰকাৰী কামত যাবলগীয়া নোহোৱাহেঁতেনো অংশুমান গৌতমৰ বাবেই দিল্লীলৈ এইবাৰ যাবলগীয়া হ'লহেঁতেন। সময় আৰু সুযোগ পূৰ্ণভাৱে নিঃশেষ হোৱাৰ আগতেই ল'ৰাটোক আপোন কৰি ল'ব লাগিব। নাই, নাই, আৰু সময় অতিবাহিত কৰিব নোৱাৰি। এটাৰ পিছত এটা দুৰ্ভাগ্যক জীৱনটোক গ্ৰাস কৰিবলৈ দিব নোৱাৰি। তুমি বিশ্বাস কৰা, বাসন্তী, পিতৃৰ দায়িত্বৰ প্ৰতি মই সজাগ। মই চব ঠিক কৰি আনিম। মন্ত্ৰী কমিছনাৰ ফাইল ট্ৰেন্সফাৰ প্ৰজেক্ট এই আটাই-বোৰৰ পৰা মই অচিৰেই আঁতৰি আহিম। মই প্ৰতিশ্ৰুতি পালন কৰিম, মই সিহঁতক হাতত ধৰি নদীৰ পাৰত ফুৰাবলৈ—

গীতিকাৰ ভাগ্যত যি ঘটিছিল, তাইতকৈ মাত্ৰ তিনি বছৰৰ সৰু গৌতমৰ ভাগ্যতো একেটাই ঘটিল। এদিন সিয়ো তাইৰ দৰে পিতাকৰ লগত হাতত ধৰি ফুৰিবলৈ, কিতাপৰ দোকানত একেলগে গৈ কিতাপ চাবলৈ, ইংৰাজী কিতাপ মেলি পিতাকে বুজোৱাৰ আশাত অনন্ত আশাত আছিল। ক্লান্ত, একেবাৰে ক্লান্ত হৈ পিতাক আহি ঘৰ সোমাইছি সন্ধিয়াৰ পিছত ময়লা কাপোৰেৰে বন্ধা একদ'ম ফাইল লৈ। যি মুহূৰ্তত পুত্ৰই মেথ্যু আৰ্ণল্ডৰ এখন প্ৰখ্যাত ৰচনা উলিয়াই লয় অংশু-মানৰ মুখৰ পৰা তাৰ প্ৰকৃত ব্যাখ্যা শুনিবৰ বাবে, সেই মুহূৰ্তত অংশু-মানে তললৈ মূৰ গুজি 'অধ্যয়ন' কৰি থাকে এটা ফাইল—ওপৰৰ পৰা অহা ন'টচিট- হয়তো অফিচৰ কোনো এক কনিষ্ঠ বিষয়া বা কেৰাণীৰ বিৰুদ্ধে অভিযোগৰ কথা থকা। ঘৰুৱা শিক্ষকৰ হাতত পুতেকক গতাই দি এইবাৰো সি নিজৰ দায়িত্বৰ পৰা হাত সাৰি আহিল।

পিতাকৰ কাষত তাৰ প্ৰাপ্য আশা আৰু প্ৰতিশ্ৰুতিৰ পৰা সম্পূৰ্ণ-ভাৱে বঞ্চিত হৈ সি কাষ চাপিল মাকৰ, বাসন্তীৰ। লাহে লাহে সি মাতৃসৰ্বস্ব হৈ পৰিল। পিতাকৰ লগত তাৰ সম্পৰ্ক প্ৰথমতে শিথিল আৰু শেহলৈ একেবাৰে সুদূৰ হৈ পৰিল। সি দিল্লীৰ কলেজত পঢ়িবলৈ

যোৱা তিনি বছৰ হৈ গ'ল। ইযাৰ ভিতৰত এখনো চিঠি তালৈ সি লিখা নাই, চিঠি লিখে মাকলৈ। চিঠিৰ শেষত তাৰ কথা সামান্যভাৱে উল্লেখ কেতিয়াবা হয়তো কৰে, প্ৰায়ে নকৰে।

সমগ্ৰ জীৱনব্যাপী নিজে কৰি অহা ভুল যদি কোনোবাই আঙুলিয়াই দিয়ে আৰু সেই আঙুলিয়াই দিয়া ভুলে যদি নিজৰ ঘৰখনৰ কাৰুণ্যৰ মূল কাৰণ হৈ পৰে আৰু সেই ভুল-নিৰ্দেশিত কৰা জন যদি নিজৰ নিকটাত্মীয় হয়, হয় পুত্ৰ অথবা কন্যা, তেনেহ'লে ভুল কৰাজনৰ বিবেকৰ দংশন নিদাৰুণ হৈ পৰে। কিছুদিনৰ আগতে গৌতমে মাকলৈ এখন চিঠি লিখিছিল, তাৰ এঠাইত সি লিখিছে, "দেউতাই সৰুতে মোক একো ভাল কথাই নিশিকালে।"

দীঘলীযা চিঠি এখনৰ মাজত থকা মাত্ৰ কেইটামান শব্দ। এই-কেইটা শব্দয়েই অংশুমানৰ হৃদয় আৰু মন দুখেৰে ওপচাই পেলালে। নিজৰ সন্তানক সৰুতে একো নিশিকাই সেই সময়খিনিত সি কি এনে মহত্বৰ কাম কৰিলে? সন্তানক শিক্ষা দিযাৰ বিনিময়ত সন্তানক শিকাই-পঢ়াই জীৱনৰ যুদ্ধত প্ৰস্তুত কৰাৰ বাহিৰে পিতৃ হিচাপে সি আন কি মহৎ কামত নিজক ব্ৰতী কৰিছিল? বাসন্তীয়ে কৈছিল, 'ডাঙৰ অফিচাৰবোৰেওতো ল'ৰা-ছোৱালী চাবলৈ সময় পায।" সি উত্তৰ দিছিল, "ডেটছ এ ক্ৰাইম। অফিচৰ দায়িত্ব সম্পূৰ্ণ কৈ পালন কৰিবলৈ হ'লে ঘৰ-দুৱাৰলৈ চকু দিলে কেনেকৈ হব?"

জীৱনৰ এনে এক অক্ষমণীয় বিচ্যুতি আৰু দাযিত্বহীনতাৰ বাবে অংশুমান নিজৰ পৰিবাৰ বাসন্তীক সামান্যভাৱেও দাযী কৰিব নোখোজে, নোখোজে মানে দাযী কৰিব সি নোৱাৰে। সন্তানৰ জন্মৰ পৰাই তাই তাক অহৰহ সোঁৱৰাই আছিল, সিহঁতক শিকাই-বুজাই, বিশেষকৈ সিহঁতৰ চৰিত্ৰৰ ভিত্তিটো প্ৰথমৰে পৰাই শক্তিশালী কৰি নিৰ্মাণ কৰাৰ দায়িত্ব পিতৃ হিচাপে তাৰ, তাই নিজৰ সামান্য ক্ষমতা আৰু যোগ্যতাৰে যিমান পাৰে কৰিছে আৰু কৰিব। আমাৰ সমাজত সন্তানৰ ওপৰত পিতৃৰ শাসন আৰু ক্ষমতাহে ন্যায্য বুলি গৃহীত। কিন্তু অংশুমানৰ

নিজৰ দেউতাকৰ বিৰুদ্ধে কিছু অভিযোগ নোহোৱা নহয়। চৰকাৰী চাকৰিৰ এই ব্যূহৰ মাজত ওলাব নোৱাৰাকৈ সোমোৱাৰ বাবে তাৰ দেউতাক তাৰ বিবেচনাৰে কিছু পৰিমাণে দায়ী। চৰকাৰী কলেজৰ পৰা ইংৰাজী অনাৰ্ছত প্ৰথম হৈ সি যেতিয়া অসমৰ বাহিৰলৈ গৈ প্ৰখ্যাত বিশ্ববিদ্যালয়ত ইংৰাজী সাহিত্যত এম এ পঢ়িবলৈ উত্ৰাবল, মনৰ ভিতৰত কিবা এটা সৃষ্টি কৰাৰ কামনা যেতিয়া হৈ পৰিছিল দুৰন্ত, ঠিক সেই সময়তে জিলাৰ সদৰ কাৰ্যালয়ত চাকৰি কৰা দেউতাকে প্ৰ ত-বন্ধকৰ সৃষ্টি কৰিলে। সন্মুখৰ চিভিল চাৰ্ভিছ পৰীক্ষা দিবলৈ তেওঁ তাক নিৰ্দেশ দিলে আৰু লগে লগে মেজিষ্ট্ৰেট জীৱনৰ সোণালী ভৱিষ্যতৰ এক ৰঙীণ ছবি আঁকি তাক সেই দিশৰ প্ৰতি বাৰে বাৰে প্ৰলোভিত কৰিলে। এদিন সি মহকুমাধিপতি হ'ব পাৰিব, জিলাধিপতি হ'ব পাৰিব, হ'ব পাৰিব সচিব আৰু ভাগ্যত থাকিলে কমিছনাৰ। কি সম্মান। কি মৰ্যাদা। অজস্ৰ মানুহে তাক বৈ বৈ চাব, মানুহৰ বিচাৰৰ আসনত বাহিব পাৰিব সি, কিমান হেজাৰ মানুহ আহিব তাৰ কাষলৈ চাকৰি বিচাৰি, দয়া-অনুগ্ৰহ বিচাৰি। ইচ্ছা কৰিলে সি কি কৰিব নোৱাৰিব। অজস্ৰ সম্পত্তিৰ গৰাকী হ'ব পাৰিব, ভাগ্যই দুৱাৰ খুলি আদৰি নিব। আৰু সম্পৰ্কৰ ফালৰ পৰা? সংখ্যাহীন প্ৰখ্যাত বংশৰ আঢ্যবন্ত পিতৃ-মাতৃয়ে নিজৰ কন্যাক তালৈ যাচিবলৈ নিদ্ৰাবিহীন ৰাতি যাপন কৰিব। আৰু সাহিত্য-চৰ্চাৰ কথা? ইংৰাজী সাহিত্যৰ কথা বেলেগেই, আমাৰ অসমীয়া সাহিত্যতো এনে কেইজনমান খ্যাতনামা সাহিত্যিকৰ নাম ল'ব পাৰি যিসকলতো উচ্চ চৰকাৰী বিষয়াই আছিল। আদি। সন্তানৰ ভৱিষ্যতৰ ক্ষমতা আৰু প্ৰতিপত্তিৰ স্বপ্নত দেউতাকৰ হৃদয় আশাতীত গৌৰৱেৰে পূৰ্ণ হয়। জিলা অফিচৰ কেৰেণীৰ পুতেক এদিন হাকিম হ'ব বিচাৰৰ আসনত বহিব!!

প্ৰতিযোগিতামূলক পৰীক্ষাত সুখ্যাতিৰে উত্তীৰ্ণ হৈ সি এদিন হাকিম হ'ল।

ঘৰৰ পৰা অলপ দূৰ গৈয়ে ড্ৰাইভাৰে মটৰত পেট্ৰল ভৰাইছিল।

এনেতে পেট্ৰল ল'বলৈ অহা এজন লোকে অংশুমানক দেখি ওচৰ চাপি ক'লে, 'অংশুমান নহয়নে? প্ৰায় এটা যুগ তোমাৰ লগত দেখা-শুনা নাই। শুনিছো, অফিচাৰ হিচাপে বৰ নাম কৰিছা, গধূলিহে হেনো অফিচৰ পৰা ঘৰলৈ আহা। কিন্তু তোমাৰ সাহিত্য ক'লৈ গ'ল? সেই কলেজত পঢ়ি থাকোতেই আৰু চাকৰিত জইন কৰিয়েই ছুটা নে তিনিটা সাংঘাতিক গল্প লেখিলা। হেৰা, তোমাৰ গল্পৰ প্ৰতিটো লাইন এতিয়াও মনত আছে, মনত পৰিলেই মন একেবাৰে অভিভূত হৈ পৰে। তুমি লেখি থকাহেঁতেন সমগ্ৰ অসমৰ মানুহে আজি তোমাক মূৰত তুলি থলে-হেঁতেন। এতিয়াও পুনৰ লেখিবলৈ ধৰা। তোমাৰ মিনিষ্টাৰ, কমি-ছনাৰৰ ওচৰলৈ ফাইল অনা-নিয়া কৰি ইম্মৰটেল হ'ম বুলি ভাবি-ছা নেকি। ৰিটায়াৰ কৰাৰ পিছত দেখিবা চব শূন্য হৈ গ'ল, আজিৰ পিয়ন এটায়ো তোমাক ৰাস্তাত দেখিলে নমতা হ'ব। কিন্তু সাহিত্য! তুমি অমৰ হৈ থাকিব পাৰিলাহেঁতেন। কোৱা, আকৌ লেখিবলৈ ধৰিবাতো? মই ছিৰাছ্‌লি সুধিছো, লেখিবাতো?"

ড্ৰাইভাৰক গাড়ী চলাবলৈ নিৰ্দেশ দি অংশুমানে ক'লে, "লেখিব লাগিব, লেখিবতো লাগিবই। ত্ৰিশ বছৰ চাকৰি হ'লেই মই ৰিটায়াৰ কৰিম বুলি ভাবিছো। লিখাত ভালদৰে ধৰিব লাগিব। বাই।"

মানুহজনে তেনেদৰে কৈ থাকোতেই অংশুমানে প'ৰ্টফলিঅ খুলি খৰখৰকৈ চাই লৈছিল, কাগজখিনি ঠিকেই আছে। সি কষ্ট কৰি লিখা এটা অভিভাষণ, তাৰ বিভাগৰ কমিছনাৰে এখন সভাত পঢ়িব।

মানুহজনৰ কথা শুনি অংশুমানৰ মুখেদি এক ক্ষীণ হাঁহি বিৰিঙিলে। নিজৰ প্ৰতি পুতৌৰ ভাৱৰ এক সামান্য প্ৰতিফলন। বন্ধু-বান্ধৱে প্ৰায়ে কয় তাক সেই কথা। বিবেকক কোনোবাই চাবুকেৰে নিৰ্মমভাৱে প্ৰহাৰ কৰা যেন দুখ পায় অংশুমানে। কি ভাল পায় মানুহবোৰে সেই-বোৰ প্ৰাচীন মৃত কথা পুনৰ উদ্ধাৰ কৰি? এই সুদীৰ্ঘ কালত কিমান বহুমূলীয়া কাম কৰিলে সি: ই এ চি হৈ থাকোতে মহকুমাধিপতি-জিলাধিপতি হৈ থাকোতে, ডিৰেক্টৰ হৈ থাকোতে আৰু এতিয়া ইমান

এক মৰ্যাদাপূৰ্ণ বিষয়ৰ মুৰব্বী হৈ থাকোতে কিমান পৰিকল্পনা আঁচনি ৰূপায়িত কৰিলে সি, জনকল্যাণমুখী কিমান অনুষ্ঠান পাতিলে, কিমান কোটি কোটি টকা কিমান পৰিকল্পনাত খৰচ কৰিলে, কিমান মানুহক চাকৰি দিলে, কিমানক বদলি বৰ্খাস্ত কৰিলে, কিমান মিটিঙত ৰাজ্যৰ সৰ্বাঙ্গীন উন্নতিৰ অৰ্থে বক্তৃতা দিলে। কিন্তু কোনেও কেতিয়াও সেই-বোৰ কামৰ বাবে তাক প্ৰশংসা নকৰিলে, নকৰিলে কোনেও কৃতজ্ঞতা প্ৰকাশ, বাতৰিকাকতত প্ৰকাশ নেপালে জীৱন পাত কৰি কৰা সেই কামৰ প্ৰশংসাসূচক এটাও শব্দ। ফাইলত, ন'টচিটত পৰি থাকিল তাৰ সুদীৰ্ঘ চাকৰি জীৱনৰ অজস্ৰ টোকা। অথচ সেই কলেজীয়া জীৱনতে চাকৰিত সোমায়েই, ত্ৰিশ-বত্ৰিশ বছৰৰ আগতে হয়তো লেখা দুটা নে তিনিটা গল্প, দুখন নে তিনিখন ৰচনা, এটা নে দুটা কবিতা ঃ প্ৰেমৰে গল্প, ৰবীন্দ্ৰনাথৰ কবিতাৰ প্ৰভাৱতে হয়তো লেখা, তোমাৰ বক্ষৰ মাজত এদিন অমাৱস্যা দেখিছিলো আজি দেখবলৈ পাইছো পূৰ্ণিমা, নাৰীৰ বিশাল দুৰ্লভ চকুৰ বৰ্ণনা, সেই গল্পৰ ৰচয়িতা বুলি মানুহে তাক আজিও প্ৰশংসা কৰে, গল্পৰ লাইন মুখস্থ মাতি তাক অবাক কৰি দিয়ে, সি লেখি থকাহেঁতেন, যৌৱনত প্ৰথমতে তেনেকৈয়ে, প্ৰেমৰ গল্পই মানুহে লেখে, লাহে লাহে সেই ৰচনা এদিন পৰিপূৰ্ণ হৈ সমাজক ভাৱে-ভাষাই উদ্ভাসিত কৰি তুলিলেহেঁতেন, আদি। আচৰিত হৈ যায় অংশুমান মানুহৰ বিচাৰ বুদ্ধি দেখি, সমাজৰ অমোঘ নিয়ম লক্ষ্য কৰি। তাক মানুহে স্মৰণ কৰিবলৈ বিচাৰে ত্ৰিশ বছৰৰ আগতে লেখা অপাৰপক্ক হাতৰ এখন ৰচনাৰ বাবে, কিন্তু এই সুদীৰ্ঘকালত লেখা কোনো এটা কথা, কোনো এক প্ৰতিবেদন কাৰো সামান্যভাৱেও মনত নেথাকিল।

হঠাতে অংশুমানৰ মন দৃঢ় হৈ পৰে। ত্ৰিশ বছৰৰ চাকৰিৰ পিছত সি নিজৰ ফালৰ পৰা অবসৰ গ্ৰহণ কৰিব, বাকচৰ তলত ফাটি উৰলি যাবলৈ ধৰা সেই ৰচনাবোৰ উলিয়াই এবাৰ মূৰ তুলি চকু বহল কৰি সি পঢ়িব, পুনৰ সি লিখিবলৈ ধৰিব, জীৱনৰ অজস্ৰ অভিজ্ঞতাৰ প্ৰতিফলন ঘটিব সেই গল্প-ৰচনাত, পুত্ৰ-কন্যা-পৰিবাৰৰ আগত সি প্ৰমাণ কৰি

দেখুৱাব তাৰ সৃষ্টিশীল প্ৰতিভা, যি পুত্ৰ-কন্যাক সি এদিন শিকাই-বুজাই প্ৰখ্যাত কৰাৰ সৌভাগ্যৰ পৰা নিজে বঞ্চিত হৈছিল সেই সিহঁতে এদিন শ্ৰেষ্ঠ কথাশিল্পী পিতাকৰ সন্মান দেখি নিজে সৌভাগ্যৱান হ'ব পাৰিব। জীৱনৰ হেজাৰ গ্লানি অসম্পূৰ্ণতা বিফলতাৰ শেষত হ'ব জয় লাভ, বৰষুণৰ পিছৰ সুনিৰ্মল আকাশৰ দৰে জ্যাতিষ্কাৰ।

কিন্তু। কিন্তু যদি লিখাৰ মেজৰ কাষত বহি হাতত তাৰ সিৰামুৰিয়ে ধৰে। ত্ৰিশ বছৰ ফাইলৰ ন'টচিট লিখা হাতৰ গতি যদি ৰুদ্ধ হৈ যায়। মানুহৰ বিৰুদ্ধে হেজাৰ অভিযোগ লিখা, মানুহক বৰ্খাস্ত কৰা হাতে যদি জীৱনৰ জগতৰ যিটো শ্ৰেষ্ঠ যিটো প্ৰতিশ্ৰুতিপূৰ্ণ যিটো শাশ্বত তাৰ কথা লেখিবলৈ ব্যৰ্থ হয়। তেতিয়া কি হ'ব? মানুহৰ ভাগ্য যে কিমান নিৰ্মম হ'ব পাৰে। মানুহ যে সঁচাকৈয়ে কিমান অসহায়, ক্ষুদ্ৰ।

অফিচত বহিয়েই অংশুমানে কমিছনাৰে সভাত পঢ়িবলগা সি লিখা অভিভাষণখন এবাৰ খৰধৰকৈ পঢ়ি চালে।

পঢ়ি চাওতে পুনৰ তাৰ ওঁঠত সেই নিজকে নিজে কৰা পুতৌৰ ক্ষীণ হাঁহিটো ফুটি উঠিল। আনে পঢ়িবৰ বাবে বহুত সময় খৰচ কৰি বহুত ভাবি-চিন্তি নানা কাগজ পত্ৰ আলোচনা কৰি লিখিছিল সি এই অভিভাষণ। অংশুমানৰ ভাবি অদ্ভুত লাগি যায়, কি উদাত্ত কণ্ঠে পঢ়িব সেই অভিভাষণ তাৰ বিভাগৰ কমিছনাৰে, মাজে মাজে তেওঁ একোটা একোটা গভীৰ ইঙ্গিতময় পউজ দিব বা ভঙ্গী কৰিব, অভিভাষণৰ কোনো এঠাইত হঠাতে তেওঁ ৰৈ যাব, শ্ৰোতাৰ প্ৰতিক্ৰিয়া প্ৰশংসাৰ প্ৰতি পৰমাগ্ৰহেৰে চকু তুলি লক্ষ্য কৰিব, সন্মুখলৈ সোঁহাতখন প্ৰসাৰিত কৰি মুঠি মাৰি ধৰিব যেন ৰাজ্যৰ সংহতি পৰম্পৰাক এনেদৰে এতিয়াই সময় থাকোতেই মুঠি মাৰি নধৰিলে নহ'ব। যেন, বহুদিন ধৰি কমিছনাৰে এইবোৰ কথা ভাবি আছিল, বহু কষ্ট কৰি তেওঁ নিজে লিখিছিল এই অভিভাষণ!

আৰু অংশুমানে নিজে কি কৰিব? দৰ্শকৰ দ্বিতীয় শাৰীত বহি সি শুনিব সেই ভাষণ, ইবিলাক দৰ্শক অভিভূত হোৱাৰ দৰে তাৰো মুখ-

মণ্ডলত অভিভূত হোৱাৰ চিন ফুটি উঠিব লাগিব, মাজে মাজে কৰিব লাগিব কৰধ্বনি। ভাবি অদ্ভুত লাগি যাব অংশুমানৰ, এটাও শব্দ নকটাকৈ সি লিখা অভিভাষণ পটি এজন মানুহ ইমান উৎসাহিত অনুপ্ৰাণিত হয়, আৰু সি নিজে—যি ইচ্ছা কৰাহেঁতেন ইয়াতকৈ অতি বেছি অমূল্য ৰচনাৰ সৃষ্টি কৰিব পাৰিলেহেঁতেন, সৃষ্টি কৰি সেই কমিছনাৰ আৰু শ শ শ্ৰোতাক অভিভূত কৰিব পাৰিলেহেঁতেন—সেই সি তাৰে ৰচনা আনৰ মুখত শুনি কৰধ্বনি কৰিব লগা হয়, অভিভূত হ'ব লগা হয়। মানুহৰ কি দুৰ্দশা।

অংশুমান পালাম বিমানকোঠত নামি ইফালে সিফালে চালে। সি জানে গৌতম বিমানকাঠলৈ তাক লগ পাবলৈ নাহে, আহিবলৈ সি তালৈ লিখাও নাই। তথাপি পৰম কৌতুহলেৰে, আশাৰে সি চালে চাৰিওফালে, কিজানি গৌতমে তাৰ বাবে অপেক্ষা কৰি আছে কোনো এক স্থানত, যেন তাৰ হাতত ধৰি বিমানকোঠাৰ পৰা ওলাই যাবলৈ সি বহু সময় অপেক্ষাৰত। গৌতম নাই, সি অহাৰ কোনো কাৰণো নাছিল। পিছদিনা ৰাতিপুৱা আছাম হাউছত বহি অংশুমানে বাসন্তীয়ে দি পঠোৱা টোপোলা, চিঠি আৰু টকা সমুখত লৈ যেতিয়া গৌতম আহিব বুলি অতি আগ্ৰহেৰে অপেক্ষা কৰিছিল, তেতিয়া এটা টেলিফোন আহিল। গৌতমে টেলিফোনত ক'লে, সি ৰাতিপুৱা আহিব নোৱাৰিব, কলেজৰ বিশেষ কাম এটাত ব্যস্ত হৈ আছে, সুবিধা হ'লে কাইলৈ আহিব, নহ'লে—

খিৰিকিৰে দূৰ শূন্যলৈ চাই অংশুমানে ভাবিলে, এই মাত সঁচাকৈয়ে গৌতমৰে হয়তো।

সেইদিনা ভাৰতৰ ৰাজধানীত অফিচ পৰ্যায়ৰ কামকাজ শেষ কৰি সন্ধিয়া অংশুমান কনটপেছৰ সমুখৰ ৰঙীন ফোৱাৰা চাই বেঞ্চত বহিছিল। ইফালৰ পৰা সিফাললৈ ৰঙৰ উছৱত যোগ দি যেন সংখ্যাহীন মানুহে অহা-যোৱা কৰিছিল। বিমুগ্ধভাৱে চাইছিল অংশুমানে সেই দৃশ্য, মানুহৰ সেই গতি। গীতিৰ বয়সৰ, গৌতমৰ

সমান ল'ৰা-ছোৱালী দেখিলে সি অভিভূত হৈ পৰে, হঠাতে অজানিতভাৱে সিহঁতক মাতিবলৈ সি সোঁহাতখন প্ৰসাৰিত কৰি দিয়ে। সোঁহাতখন আকৌ নামি আহে।

অংশুমানে এইবাৰ দেখিলে, এজন মানুহ আহি অলপ আঁতৰত বহিছেহি, কাষত বাহছে এগৰাকী নাৰী, তেওঁৰে নিশ্চয় পত্নী। খন্তেক পিছতে আহি মানুহজন কাষত বহিলহি এটা ল'ৰা, গৌতমৰ বয়সীয়াই হ'ব দুই তিনি বছৰৰ হয়তো সৰু হ'ব পাৰে, মানুহজনৰ সন্তান, সন্দেহ নাই। ল'ৰাটোৱে অলপ সময় বিচিত্ৰ ৰঙৰ ফোৱাৰা চাই মানুহজনৰ বাউসিত মূৰটো থ'লে।

সেই দৃশ্যত দৃষ্টি পৰাৰ লগে লগে অংশুমানৰ চকু দুটা প্ৰথমতে আশাতীত ধৰণে বহল হ'ল আৰু পিছ মুহূৰ্ততে চকুৰ পৰা সৰসৰকৈ পানী ওলাই আহিল।



# কুহেলিকা

সন্ধিয়া হৈ আহিছিল।

ধনঞ্জয়ে ভালেমান সময় গা ধুলে।

সন্ধিয়া কেতিয়াবাহে সি গা ধোৱে। আজি কিন্তু বৰ আনন্দেৰে ধুলে। আন দিনা দিনৰ বেলাতো গা ধুলে প্ৰায় নকৰা কাম এটা আজি সি কৰিলে। দুটা মান আধা পাহৰা গীতৰ শাৰী তাৰ মুখেদি প্ৰকাশ পালে।

ঘৰত ধনঞ্জয়ে সেইদিনা নিজক সম্পূৰ্ণ মুক্ত বুলি ভাবি তাকে ভালেমান সময় গা ধুই, গান গাই যেন সি ঘোষণা কৰিব। তাৰ পৰিবাৰ দুপৰীয়াতে মাকৰ ঘৰলৈ গ'ল: বহুদিনৰ পিছত, সুদীৰ্ঘ অপেক্ষাৰ পিছত, শৰীৰ আৰু মনক হেঁচা দি থকা ডাঙৰ বোজা যেন খহি পৰিল।

কেৱল টাৱেলখন গাত মেৰিয়াই ধনঞ্জয় শোৱা কোঠালৈ আহিল। লাইফ চাইজ আইনাত নিজৰ শৰীৰটো সি ঘূৰি ঘূৰি চালে। এখনৰ পিছত সিখন হাত পূৰ্ণভাৱে প্ৰশস্ত কৰি মাজতে বেকা কৰি আনি আঙুলিবোৰ বাউসিত লগাই মাচুল তুলিলে। আইনালৈ চাই চায়েই সি এক নাচৰ ভঙ্গীত থিয় হ'ল।

নিজৰ শৰীৰলৈ ধনঞ্জয়ে এনেদৰে বহুত দিন চাবই পৰা নাছিল। তাৰ শৰীৰ যে এতিয়াও সুন্দৰ সুঠাম হৈ আছে, তাকে সি সেইদিনা যেন বহুত দিনৰ মূৰত নতুনকৈ আৱিষ্কাৰ কৰি ল'ব পাৰিলে।

পাৰিজাতৰ দখল ঘৰখনত সম্পূৰ্ণ, যেনেকৈ ধনঞ্জয়ৰ দখল তাৰ অফিচ আৰু তলৰ বিষয়া-কৰ্মচাৰীৰ ওপৰত সম্পূৰ্ণ। পাৰিজাতে যথেষ্ট কষ্ট কৰি, নিজৰ সাধুতা আৰু ব্যক্তিত্বৰ বলত এই ক্ষমতা অৰ্জন কৰিছে। এই অধিকাৰ ধনঞ্জয়ে মানি লৈছে—আনন্দেৰে নহয় বাধ্য হৈ।

পাৰিজাত ঘৰত থকাহেঁতেন গা ধোৱা ঘৰতে ধনঞ্জয়ে পায়জামা আৰু বনিয়ন পিন্ধি আহিলহেঁতেন, আহিলহেঁতেন গা ধোৱা ঘৰৰ আইনাতে চাই মূৰ আঁচুৰি। গা ধোৱা ঘৰত ব্যৱহাৰ কৰা ছেণ্ডেল সি শোৱা কোঠাত ব্যৱহাৰ কৰিব নোৱাৰিলেহেঁতেন।

এনেতে দুৱাৰৰ সিপাৰৰ পৰা এজনে মাতিলে, "ছাৰ।"

ধনঞ্জয়ে লৰালৰিকৈ পায়জামা আৰু বনিয়ন পিন্ধি ওলাই আহিল।

"কোন ?"

"মই, ছাৰ, পিয়ন।"

"তহঁত যোৱা নাই নেকি ?" এই বুলি ধনঞ্জয় ড্ৰইংৰুমৰ ফালে ওলাই গ'ল। ড্ৰইংৰুমৰ দুৱাৰৰ কাষত থিয় দি আছে তাৰ প্ৰাইভেট ছেক্ৰেটৰী আৰু ড্ৰাইভাৰ।

'মাই গুড্‌নে'ছ। বহুত সময় থিয় হৈ থাকিলা নেকি ? কোৱাচোন কাইলৈৰ এন্‌গেইজমেণ্ট।"

প্ৰাইভেট্ ছেক্ৰেটৰীয়ে স্কাউটৰ দৰে ভৰি দুটা লগ লগাই, অজস্ৰ টুকুৰাটুকুৰ কাগজেৰে ওফোন্দা ডায়েৰীটো হাতত লৈয়েই ধনঞ্জয়ক নমস্কাৰ জনালে আৰু বুকুখন ফিন্দাই অথচ মূৰটো সামান্য পাছলৈ হাওলাই ডায়েৰীৰ পাত চাই ক'লে, "ৰাতিপুৱা সাতবজাত এয়াৰপ'ৰ্ট। কলিকতা হৈ দিল্লীৰ অফিচাৰজন আহিব।"

ধনঞ্জয় গৈ ফুলদানিৰ ফুলকিপাহ ঠিক কৰি একেটা কোবতে সম্পূৰ্ণভাৱে ঘূৰি ক'লে, "ইট্ ষ্টেণ্ড্‌ছ্ কেন্ চেল্‌দ্। চেণ্টাৰৰ সেই ধতুৱা অফিচাৰ কিটাক এয়াৰপৰ্টত ৰিচিভ্ কৰি কৰি বৰ টায়াৰ্ড হৈ গ'লোঁ। যি কামত আহে তাকে কৰি ঘূৰি গ'লেও এক কথা আছে। সিহঁতক অসমৰ এনচিয়েণ্ট্ হিষ্ট্ৰী, কালচাৰ, শিটবেশ্যাৰৰ কথা ক'ব লাগিব। এনেহেন সুন্দৰ ৰাজ্যখন ইমান অৱহেলিত হৈ আছে বুলি চকুপানী টোকে, কিন্তু দিল্লী পোৱাৰ লগে লগে সিহঁতে আছামৰ প্লেনৰ টকাবোৰ ৰঙা পেন্সিলেৰে কাটি পেলায়। ম'ৰ ডেন্ ডাট, ষ্টেটিছটিক্স! ল'ৰাই নেওতা আওৰাৰ দৰে সেইবোৰ সিহঁতক ক'বলৈ মুখস্থ কৰিব

নোৱাৰোঁ। চেণ্ট্ৰল ছেক্ৰেটৰীয়েটৰ পৰা সিহঁতে মৰি গলেও মটৰেৰে এটা লিফ্‌ট্ নিদিয়ে, জানা। বৰুৱা চাহাবক ফোন কৰি দিবা, মোৰ হৈ তেৱেঁই ৰিচিভ কৰিব। তাৰ পিছত ?”

“ছাৰ, চাৰে নবজাত ৰিপ'ৰ্টটোৰ বিষয়ে মিনিষ্টাৰৰ লগত আলোচনা।”

ধনঞ্জয়ে দৈনিক কাকতখন তুলি প্ৰথম পৃষ্ঠাৰে বাতৰি এটা পঢ়িবলৈ লৈছিল। উচপ খাই সি সুধিলে, “হোৱাট্ ? কোনটো ৰিপ'ৰ্ট ?”

“সেই যে, ছাৰ, দিল্লীৰ আলোচনাৰ পৰা আহি বৰুৱা চাহাবে আপোনাৰ ওচৰত দাখিল কৰা ৰিপ'ৰ্টটো।”

“টেৰিব্‌ল্, টেৰিব্‌ল্! বৰ আৰ্জেণ্ট ৰিপ'ৰ্ট। সেইটো মই খুলি চাবলৈকে পাহৰিলোঁ। তুমি যোৱা, চাবিটো লৈ যোৱাঁ, মোৰ টেবুলৰ ৰাইট হেণ্ড চাইদৰ কোনোবা এটা ড্ৰয়াৰত পাবা। ড্ৰয়াৰতে থলো নে গড্‌ৰেজৰ আলমাৰিতে থলোঁ, পাহৰিলোঁ। চাইমেলি আনিবা।”

ধনঞ্জয়ে চাবি আনিবৰ বাবে নিজৰ কোঠাৰ ফালে গ'ল।

ধনঞ্জয়ৰে অলপ তল পৰ্যায়ৰ বিষয়া অসীম বৰুৱাই দেউতাকক ভেলোৰলৈ লৈ গৈছিল চিকিৎসাৰ বাবে। ধনঞ্জয়ৰ পৰা টেলিগ্ৰাম গ'ল, দিল্লীলৈ গৈ আলোচনাত যোগ দি এ সপ্তাহৰ পিছতে ৰিপ'ৰ্ট দাখিল কৰিব লাগিব। য়ু আৰ অন ষ্টেট ডিউটি: চুপ্ৰিম এণ্ড মাইটি আৰ্জেণ্ট।

অসীম বৰুৱাই ৰিপ'ৰ্ট দাখিল কৰাৰ তিনি দিনৰ পিছতে অৱশেষে তাৰ দেউতাক ঢুকাল।

ধনঞ্জয়ে নানা কামত ব্যস্ত থাকি আজি ছমাহে ৰিপ'ৰ্টটো খুলি চাবলৈ সময়কে নেপালে।

ধনঞ্জয়ে ঘূৰি আহি ক'লে, “নেলাগে দিয়া, এই গধূলিখন ক'ত আৰু তুমি অফিচলৈ যাবা। মিনিষ্টাৰক গুড্ হিউমাৰত ৰাখিব লাগিব। বুজিছা তেওঁ সেইবোৰ তোমাৰ ৰিপ'ৰ্ট-ত্ৰিপ'ৰ্টৰ কথা। বৰ

চিম্পল্ হাৰ্টেদ ফে'ল'। অতি উদাৰ। দেখিলা কোনোবা দিনা ফাইলত মোৰ ন'টৰ বিৰুদ্ধে কিবা ৰিমাৰ্ক দিয়া ?"

মূৰটো হাঁলাই প্ৰথম প্ৰেমত পৰা যুৱকৰ দৰে মিঠা হাঁহিৰে প্ৰাইভেট ছেক্ৰেটেৰীয়ে ক'লে, পানী সৰকিব নোৱৰা, ছাৰ, আপোনাৰ ৰিপ'ৰ্ট। আমাৰ মিনিষ্টাৰে ভুল উলিয়াব নোৱাৰেই, স্বয়ং চি এমেও নোৱাৰে।"

"আৰু কি আছে, কোৱা বেগেতাই ?"

"ছাৰ, আটৈ বজাত আড মিনিষ্ট্ৰেশ্বন ৰিফৰ্মেশ্বন্ কমিটিৰ মিটিং। আপোনাৰ ৰিপ'ৰ্ট ৰেডি কৰি থোৱা আছে।'

"ভেৰি, ভেৰি ইম্পৰ্টেণ্ট। কিন্তু গোপীনাথ চক্ৰবৰ্ত্তী। গোপীনাথ, তোমাক তোমাৰ ৱাইফে কি বুলি মাতে ?

গোঁপীনাথ নিমাত।

"কোৱাঁ, কি বুলি মাতে ?"

উচ্চ বিষয়াৰ গালি খোৱা কনিষ্ঠ কেৰেণীৰ দৰে মুখ বিষণ্ণ ক'ৰি গোপীনাথে ক'লে, "ছাৰ, গোপী বুলি মাতে।"

"অকল গোপী বুলি ? গোপীনাথ বুলিও নেমাতে। মনত ৰাখিবা গোপীনাথ, উইমে'ন আৰ ভেৰি ডিফিকাল্ট পিপ্ল।"

হঠাতে ধনঞ্জয়ৰ চকু পৰিল শ্ব'কে'ছৰ পাৰিজাতৰ ফটোখনৰ ওপৰত। সি সতৰ্ক হ'ল।

"মই সুধিব খুজিছিলোঁ। মই কি সুধিব খুজিছিলোঁ জানা ? পাহৰি গ'লোঁ। একেবাৰে। আৰু কিবা আছে নেকি কোৱাঁ ?"

"ছাৰ, কাইলৈ বিচাৰখন আছে।'

"বিচাৰ ? মই বিচাৰক হ'লোঁ কেতিয়াৰ পৰা ?"

"সেই যে, ছাৰ, আপোনাৰ বিভাগৰ ইউ দি বৈকুণ্ঠ আৰু এল দি সাবিত্ৰী নামৰ ছোৱালীৰ কে'চটো।"

"আই চি। তোমাকে সুধিছোঁ সিহঁতৰ কি শাস্তি হ'লে ভাল ?

ছেক্ৰেটেৰিয়েটৰ টয়লেটত বৈকুণ্ঠ আৰু সাবিত্ৰী গোপনে লগ হৈছিল। তাতে ধৰা পৰিল।

"ইয়ং বয় এণ্ড গার্ল, ছাৰ। ব্লাৰ্ণিং দি আপুনি ইচ্ছা কৰিলে এৰি দিব পাৰে।"

"ইউ আৰ ৰং, মাই প্ৰাইভেট ছেক্ৰেটাৰী। এবছ'লুট্‌লি ৰং। মোৰ ডিপার্টমেণ্টত এনে ইনডিছিপ্লিন এণ্ড ইন্‌ছাবৰডিনেশ্বন মই— আই উইল বী দ্য লাষ্ট মেন টু টলাৰেট।"

হঠাতে ধনঞ্জয়ে পাক মাৰি দেৱালৰ ঘড়ীলৈ চালে আৰু নিজৰ কোঠাৰ ফালে গতি কৰিলে।

ড্ৰাইভাৰে আগুৱাই আহি সুধিলে, 'ছাৰ, মই যাম নেকি ?"

"যা। গাড়ী ৰেডি কৰি চাবি দি যা। মই এবাৰ ওলাই যাব লাগিব। ডেইজী ক'ত, ডেইজী ?"

পিয়নটোৱে আগুৱাই আহি ক'লে, 'ডেইজীক ফুৰাবলৈ নিছে, ছাৰ। ছাৰ, মই যাম নে কি কৰিম ?"

"তই কি কৰ ? বাইদেউৰো নাই। তই থাক আজি ইয়াতে।"

তৎক্ষণাতে কিবা এটা কথালৈ মনত পৰি ধনঞ্জয়ে ক'লে, 'যা, যাব খুজিছ। ৰাতিপুৱা আহিবি।"

সি এইবাৰ খৰধৰকৈ আহি নিজৰ কোঠাৰ ৰেডিঅ'টোৰ কাষত বহি স্থানীয় বাতৰি শুনিবলৈ সাজু হ'ল। যেন এক ভয়ৰ বাতৰি শুনিবৰ বাবে উৎসাহ তাৰ দীঘলীয়া হ'ল।

প্ৰস্তাৱনাৰ কথাখিনি শুনিয়েই ধনঞ্জয়ে ৰেডিঅ' বন্ধ কৰিলে। নাই, তেনে কোনো বাতৰি নাই। আকাশী জাহাজৰ দুৰ্ঘটনাৰ কোনো বাতৰি নাই। তাৰ মানে, পাৰিজাত ভালে ভালেই ডিব্ৰুগড় পালেগৈ।

চকীৰপৰা পৰি যোৱাৰ দৰে বৰ বেছি কৈ হাউলি বিচনাৰ কাষৰ তুলৰ পৰা সি সৰু কাগজৰ টুকুৰাটো আনি ফালি টুকুৰা টুকুৰ কৰিলে। তাত এটা হিচাপ আছিল। প্লেনৰ দুৰ্ঘটনা হ'লে সি দুইলাখ টকা পাব, তাৰে ডেৰলাখ টকা পাঁচ বছৰৰ বাবে ফিক্স্‌দ ডিপ'জিটত থ'লে সি পাব এঘাৰ পাৰ্চেণ্ট সুতেৰে প্ৰায় দুইলাখ বত্ৰিছ হেজাৰ টকা। পঞ্চাছ হেজাৰ ল'ৰা-ছোৱালী দুটাক ভগাই দিব।

"মানুহৰ যে কি দুৰ্গতি হৈছে, পাৰিজাত।" এই কথাখিনি তাৰ মুখেদি ওলাই আহিল। তেনে এক আন্তৰিক ভাৱ মনলৈ অহা বাবে হঠাতে সি অনুশোচিত হ'ল, চকুপানী ওলাই আহিব বুলি পাঞ্জাবীৰ জেপৰ পৰা ৰুমাল উলিয়াই চকুত ৰাখিলে।

কাষৰে টেলিফোনত সি পাৰিজাতলৈ এটা ট্ৰাঙ্ককল বুক কৰিলে।

সি থিয় হ'ল। আইনাৰ আগত নৃত্যৰ এক ভঙ্গীত কিছু সময় সি থিয় দি থাকিল।

এইবাৰ গৈ ধনঞ্জয়ে ৱাৰ্ডৰবটো খুলিলে। পাৰিজাতৰ অলঙ্কাৰ চে'ট দুটা লৈ সি বিচনাত বহিলহি।

আজি বহুত দিন সি অলঙ্কাৰবোৰ দেখা নাছিল। এটা এটাকৈ ওপৰলৈ দাঙি সি চাই গ'ল।

ইমানবোৰ দামী অলঙ্কাৰৰ উজ্জ্বল পোহৰৰ আগতো পাৰিজাতৰ বাৰে বাৰে ওঁঠ কামুৰি থকা অনুজ্জ্বল মুখলৈ ধনঞ্জয়ৰ মনত পৰিল। মাজে মাজে কোনো খবৰ নিদিয়াকৈ পাৰিজাত গৈ তাৰ অফিচত ওলায়গৈ। ধনঞ্জয়ে ভালদৰে জানে, পাৰিজাতে কোৱা 'এইফালে আহিছিলোঁ, গাড়ীত একেলগে যাম বুলি সোমালোঁ' বা 'ভনীজনীৰ ঘৰলৈ আহিছিলোঁ, তাই ইয়াতে নমাই থৈ গ'ল' আদি কথা সঁচা নহয়। পাৰিজাত হঠাতে তেনেকৈ অফিচত সোমোৱাৰ উদ্দেশ্য স্পষ্ট আৰু তাকে বুজিবৰ বাবে ধনঞ্জয়ৰ বুদ্ধি আছে। তাই আহে, অফিচৰ তিৰোতা কৰ্মচাৰী সকলৰ লগত ধনঞ্জয়ৰ সম্পৰ্ক কেনে, তাকে চাবলৈ। বিশেষকৈ তাৰ ষ্টেন'গ্ৰাফাৰ ৰূপশিখাৰ কথা তাই বহুত দিন ধৰি শুনি আছে। তাইক সি মাজে মাজে মটৰেৰে ফুৰাবলৈ নিয়াৰ কথাও তাই শুনে। কিছুমান কথা তাই কল্পনা কৰি লয়। তাই ভাবে, ধনঞ্জয়ে ষ্টেন'জনীক বহুতো ঘৰুৱা গোপন কথা কয়, যিবোৰ কথা সি তাইৰ লগত কেতিয়াও নেপাতে। সি তাইক কাপোৰ কিনি উপহাৰ দিয়ে। এই কাপোৰ উপহাৰ দিয়াটোতকৈয়ো তাইৰ লগত যে গোপন কথা সি পাতে, তাইৰ কথাকে পাতে, এই কথা পাৰিজাতে একেবাৰে

সহ্য কৰিব নোৱাৰে। খণ্ডত তাইৰ সমস্ত শৰীৰৰ তেজ যেন মুখলৈ আহে।

পাৰিজাত অফিচলৈ আহি ধনঞ্জয়ৰ ডাঙৰ কোঠাত সোমোৱাৰ লগে লগে সি উঠি আহি তাইক তাৰ মেজৰ পৰা অলপ আঁতৰৰ চোফাত বহিবলৈ, দিয়ে, পিয়নক লৰালৰিকৈ চাহ আনিবলৈ কয়। কিন্তু 'তুমি কিয় আহিলা বুলি' সি কেতিয়াও নোসোধে। তাই এক অসত্য উত্তৰ দিয়াৰ অশান্তিৰ পৰা তাইক ৰক্ষা কৰিবৰ বাবেই হয়তো সি নোসোধে।

তাৰ পিছত নিজৰ স্থানলৈ আহি ধনঞ্জয় অস্বাভাৱিকভাৱে গহীন হৈ পৰে। ইজনৰ পিছত সিজনকৈ ডাঙৰ সৰু বিষয়া কৰ্মচাৰী তাৰ কোঠাত সোমায়হি, তাৰ লগত কথা পাতি ফাইলত চহী সি কাৰ এজন এজনকৈ বিদায় দিয়ে। কাষৰ ডেস্কত চাৰিটা টেলিফোন আছে, ইটোৰ পিছত সিটোকৈ টেলিফোন তুলি সি কথা পাতে। তাৰ এনে ক্ষমতা, মৰ্যাদা আৰু দখল দেখি যি কোনো পত্নীয়েই মুগ্ধ হয়, হয় গৌৰৱান্বিত। কিন্তু পাৰিজাত হয় নে নহয়, সি নেজানে। তাই তাক সেই বিষয়ে সামান্যভাৱেও আজিলৈকে কোৱা নাই।

পাৰিজাতে লক্ষ কৰে, ষ্টেনʼজনী আহি ধনঞ্জয়ৰ পৰা ডিক্‌টেশ্বন লয়, ধনঞ্জয়ে বৰ ব্যস্ত হৈ ইটোৰ পিছত সিটোকৈ ফাইল চাই চাই ডিক্‌টেশ্বন দিয়ে। কোনেও কাৰো মুখলৈ নেচায, যেন কোনোদিন কেতিয়াও সিহঁতে ইটোৱে সিটোৰ মুখলৈ চোৱা নাছিল। অথচ সিহঁত দুয়োটাই অতি ভালদৰে জানে, পাৰিজাতৰ দুটা বিশাল চকুৱে তন্ন তন্নকৈ সিহঁতক এটাৰ পিছত এটাকৈ এক্স-ৰে কৰি আছে। ধনঞ্জয়ে পাৰিজাতলৈ নোচোৱাকৈয়ে অনুমান কৰে, ইতিমধ্যে নিশ্চয় পাৰিজাতে ৰূপশিখাৰ চেপেনাৰে এডাল এডালকৈ তুলি তুলিকাৰ ৰঙেৰে অকা চেলাউৰিলৈ চাই নিজৰ প্ৰকৃতিপ্ৰদত্ত নিভাজ চেলাউৰিত আঙুলি বুলাইছে। কিন্তু আচলতে সেই সময়ত পাৰিজাতে ৰূপশিখাৰ ব্লাউজ আৰু শাৰীৰ মাজৰ পেটৰ সেই বিস্তীৰ্ণ মেদবহুল অংশলৈ চাই বমি আহে বুলি মুখত ৰুমাল লৈছিল। তাইৰ বমিৰ ভাবটো ইমান প্ৰকট নহʼলহেঁতেন যদিহে তাই

অনুমান কৰি নল'লেহেঁতেন যে, শৰীৰৰ সেই অংশলৈকে তাইৰ দুটা সন্তানৰ পিতৃ ধনঞ্জয়ে বিমুগ্ধভাৱে চাই থাকে।

এদিন পাৰিজাত উপস্থিত হ'লগৈ ধনঞ্জয়ৰ অফিচ কোঠাত অফিচ ছুটীৰ ঠিক পিছতে ডেইজীক লৈ। অফিচলৈ কুকুৰ অনাটো নিয়ম নহয়। পাৰিজাতে অৱশ্যে অফিচ ছুটীৰ পিছত ডেইজীক আনিছে, কিন্তু কুকুৰজনীক তালৈ অনাৰ প্ৰকৃত কাৰণ পাৰিজাতৰ বাহিৰে আন কোনেও নেজানে।

তেতিয়াও ধনঞ্জয়ে কাম কৰি আছে, তেতিযাও ষ্টেনগ্ৰাফাৰে কাষৰ সৰু কোঠাটোত দুৰন্ত গতিৰে টাইপ কৰি আছে। অলপ পিছতে টাইপ কৰা কাগজ লৈ তাই ধনঞ্জয়ৰ একেবাৰে কাষত থিয় হৈ কাগজখিনি দাঙি ধৰিলে। পাৰিজাতলৈ নোচোৱাকৈযে তাই পাৰিজাতৰ উপস্থিতি অনুমান কৰিলে আৰু পাৰিজাতক সন্তৰ দেখুৱাবৰ বাবেই তাই ধনঞ্জযৰ বেছি কাষ চাপি গ'ল। ঠিক সেই সমযতে ডেইজীযে পাৰিজাতৰ মুখলৈ খন্তেক চাই অকণো শব্দ নকৰাকৈ ধনঞ্জয বহি থকা চকী আৰু ৰূপশিখাৰ মাজত থিয হৈ তাইৰ শাৰীৰ একেবাৰে তলৰ এখণ্ডত কামোৰ মাৰি লাহে লাহে টানিবলৈ ধৰিলে। তললৈ হঠাতে চাই ষ্টেন'ই এটা বিকট চিঞৰ মাৰি জঁাপ মাৰি আঁতাৰ গ'ল।

"ডেইজী!" ধনঞ্জয়েও চিঞৰিলে। মুহূৰ্ততে ডেইজী গৈ পাৰিজাতৰ দুটা ভৰিৰ মাজত সোমালেগৈ। ধনঞ্জয়ে পাৰিজাতলৈ খঙৰ দৃষ্টিৰে চাই ক'লে, "দিছ ইজ প্ৰিপষ্টাৰাছ্।"

অলঙ্কাৰৰ এটা চে'টৰ পৰা ফৰিং ৰঙৰ খটোৱা সুন্দৰ আঙুঠি এটা ধনঞ্জযে লৈ, ভয়ে ভয়ে কোঠাটোৰ চাৰিওফালে চাই, পাঞ্জাবীৰ তলজেপত ভৰাই লৰালৰিকৈ চে'ট দুটা ৱাৰ্ডৰ'বৰ নিৰ্দিষ্ট ঠাইত অতি সাৱধানে ভৰাই থ'লেগৈ।

পাৰিজাতে এদিন যেতিয়া আঙুঠিটো নেপাবহি, তেতিয়া ধনঞ্জয়ে হা হা কৰি হাঁহিব, বহুদিন যেন সি এনে এক হাঁহি মাৰিবৰ বাবে অপেক্ষা কৰি আৰু সুযোগ বিচাৰি আছিল। সেই হাঁহিৰ অৰ্থ হ'ব, তুমি মোৰ

ওপৰত যি তীক্ষ্ণ নজৰ ৰাখা, তাৰ আধামান নজৰ নিজৰ দামী অলঙ্কাৰৰ ওপৰত ৰখাহেঁতেনো এনেকৈ আঙুঠি হেৰাব নোৱাৰিলেহেঁতেন !

ধনঞ্জয়ে অতি ভালদৰে জানে, অন্ততঃ তিৰোতাৰ প্ৰতি এই এক দুৰ্বলতাৰ বাবেই ঘৰখনত তাৰ প্ৰতিপত্তি, দখল কম আহিছে। সেই দুৰ্বলতাৰ বাবেই ঘৰত পাৰিজাতৰ দখল সম্পূৰ্ণ হৈ পৰিছে ; সেই দখল ধনঞ্জয়ক অতিক্ৰমি ডেইজীৰ ওপৰতো সৰ্বগ্ৰাহী হৈ পৰিছে।

এদিন ধনঞ্জয়ে পাৰিজাতক কৈছিল, ‘মইতো আনৰ দৰে ড্ৰিঙ্ক নকৰো।”

পাৰিজাতে তৎক্ষণাতে কৈ দিলে, “সেই গেলা গোন্ধ ওলোৱা মাইকী মানুহবোৰৰ পিছে পিছে ঘূৰি ফুৰাতকৈ ঘৰত বহি ড্ৰিঙ্ক কৰাটোকো মই বেয়া নেপাওঁ।”

পাৰিজাতৰ মুখত এনে ধৰণৰ শব্দ আগতে কেতিয়াও ধনঞ্জয়ে শুনা নাছিল বাবেই সি চমকিত হ’ল। তাই জানে, অতিষ্ঠ নোহোৱাহেঁতেন তাইৰ মুখেদি তেনে কথা প্ৰকাশ নেপালেহেঁতেন।

“মাইণ্ড ইওৰ লাংগোয়েজ্।”

ধনঞ্জয়ে ভাবিলে, তাক ভয় খুৱাবৰ বাবেই পাৰিজাতে তেনে কথা কৈছে। কোনো নাৰীৰ শৰীৰৰ পৰা গেলা গোন্ধ নোলায়, ওলাব নোৱাৰেই ; পাৰিজাতৰ শৰীৰৰ পৰাও নোলায়।

কেতিয়াবা ধনঞ্জয়ে সিদ্ধান্ত কৰি পেলায়, পাৰিজাতৰ হাতৰ পৰা ঘৰখনৰ দখল সম্পূৰ্ণভাৱে নিজৰ হাতলৈ আনিব। অজস্ৰ বিষয়া— কৰ্মচাৰীয়ে তাক সম্মান কৰে, ভয় কৰে তাক। পাৰিজাতেও তাক সম্মান জনাব লাগিব, তালৈ ভয় কৰিব লাগিব। সি নিৰ্মাণ কৰা এই বিশাল ঘৰ, সি অৰ্জন কৰা ধনেৰে তৈয়াৰী এই সম্পত্তি এজনী তিৰোতাৰ হাতত এনেদৰে এৰি দিব নোৱাৰি। নিজৰ ঘৰতে সি স্বদেশী হৈ থাকিব নোৱাৰে। সি নিজেই ঘটা টকাৰ মাত্ৰ কেইটামান উলিয়াই দিবৰ সময়ত ‘টকা কেলেই লাগে,’ ‘কালি নে পৰহি টকা দিছিলোঁ নহয়’ পাৰিজাতৰ এনে ধৰণৰ কথা সদায় শুনি থাকিব নোৱাৰি। তাতোকৈয়ো,

টকা ছুটামান দিবৰ সময়ত পাৰিজাতৰ মুখত প্ৰকাশ পোৱা ভয়ঙ্কৰ কৃপণৰ দৰে বিতৃষ্ণাৰ ভাৱ আৰু সহ্য কৰিব নোৱাৰি।

সামান্য মাত্ৰ এক প্ৰতিবন্ধক। বাহিৰা কোনো তিৰোতাৰ লগত হুলিগলি কৰাটোতো বেলেগেই, সি সিহঁতৰ লগত কথা পতাই একেবাৰে বন্ধ কৰি দিব। কাইলৈৰ পৰাই সেইবোৰ বন্ধ কৰি দিব সি। ঘৰত তাৰ দখল পূৰ্ণ কৰি ল'ব সি: তাৰ পত্নীৰ ওপৰত, তাৰ ল'ৰা-ছোৱালী দুটাৰ ওপৰত, ডেইজীৰ ওপৰত। সি লক্ষ কৰিছে, ল'ৰা-ছোৱালী দুটা ঘৰলৈ আহিলে, মাকৰ পক্ষ অৱলম্বন কৰে। সিহঁতে কি এতিয়াই তাৰ সেই দুৰ্বলতাৰ কথা জানিব পাৰিছে?

ধনঞ্জয়ে পাঞ্জাবীৰ ওপৰ বুটাম খুলি পাওডাৰৰ টিং জোকাৰি দিলে। হাতৰ ঘড়ীলৈ চালে। পাঞ্জাবীৰ ওপৰত অলপ এছেন্স্ স্প্ৰে কৰি ল'লে।

এনেতে বে'ল বাজিল। কাম কৰা ল'ৰাই দুৱাৰ খোলে বুলি ধনঞ্জয়ে খৰধৰকৈ নিজৰ কোঠাৰ পৰা ওলাই গ'ল। এই সময়ত আহিবলগীয়া মাত্ৰ এগৰাকীয়েই আছে।

ষ্টেন'গ্ৰাফাৰ ৰূপশিখা ভিতৰলৈ সোমাই আহি ৰহিল। তাইৰ মুখত ক্ষণে ক্ষণে মৰা হাঁহি।

"বাইদেউ ভালে ভালে ডিব্ৰুগড় পালেগৈ?" ৰূপশিখাই বহিবলৈ লৈয়েই সুধিলে। যেন এই বাতৰিটো তাইৰ বাবে অতি জৰুৰী।

"পালেগৈ নিশ্চয়। মই ফোন বুক কৰিছোঁ।"

এনেতে ডেইজী আহি অলপ আঁতৰত বহি কাৰ্পেটত মুখখন পেলাই এক কাতৰ দৃষ্টিৰে ৰূপশিখাৰ ফালে চাবলৈ ধৰিলে।

"এই আজিও কিবা কৰিব নেকি?"

"নকৰে, কেলেই কৰিব। আলহীক তাই একো নকৰে।"

"বাইদেউৰ শিষ্যা?"

'একেবাৰে। পাৰিজাতে তাইক বৰ বেছিকৈ লাই দিলে। আজি অৱশ্যে ৰাতিপুৱাৰ পৰা তাই একো খোৱা নাই। মন মাৰি আছে।

ঘটনাটো হ'ল কি, দেশী কুকুৰ এটাই তাইক বৰ আমনি কৰি আছিল, তাই ঘৰৰ আগলৈ ওলাবই নোৱাৰে। প্ৰথমতে তায়েই কুকুৰটোক ঘেউঘেউকৈ ধৰিছিল, কিন্তু লাহে লাহে দেখিলোঁ নিৰ্লজ্জ ভাৱে শি হেজ্ছ ছাৱেন্দাৰ্ড টু হীম। আজি ৰাতিপুৱা বৰ অসহ্য হ'ল, ৰিভলভাৰটো উলিয়াই আনি দুটা গুলি মাৰি আই কীল্ড দ্য ডগ। তেতিয়াৰ পৰা তাই একো খোৱা নাই, মন মাৰি আছে।"

কথাখিনি কৈয়েই ধনঞ্জয় উঠি গৈ ৰূপশিখা বহি থকা দীঘল চোফাখনত বহিলগৈ। আৰু লগে লগে কাৰ্পেটত চুচৰি চুচৰি ডেইজী আহি ৰূপশিখাৰ ভৰিৰ ওচৰত বহি তাইৰ ওপৰত চকু দুটা বহলকৈ মেলি ধৰিলে।

ঠিক তেতিযাই ধনঞ্জয়ে গোন্ধটো পালে। পাৰিজাতে কোৱা এটা দুৰ্গন্ধ। পাওডাৰ ছে'ণ্টৰ সুগন্ধ অতিক্ৰমি সেই দুৰ্গন্ধটো ৰূপশিখাৰ শৰীৰৰ ক'ৰপৰা ওলাই আহিছে, তাকে অনুমান কৰিবৰ বাবে সি তাইৰ গোটেই শৰীৰটোৰ ওপৰৰ পৰা তললৈ আৰু তলৰ পৰা ওপৰলৈ চালে। ৰূপশিখাই ভাবিলে, ধনঞ্জযে তাইৰ বুকু আৰু বুকুৰ প্ৰান্তলৈ চাই তাইৰ সৌন্দৰ্য্য বৈ বৈ উপভোগ কৰিছে। তাই অনুগৃহীত হ'ল। তাই তাৰ বাউসিত মূৰটো থ'ব খুজিলে।

ধনঞ্জয় উঠি গ'ল। পিছে পিছে উঠি আহিল ৰূপশি^ । ধনঞ্জয় নিজৰ শোৱা কোঠাত সোমালত ৰূপশিখায়ো সোমাবলৈ উদ্যত হওঁতেই ডেইজীয়ে দুৱাৰমুখত থিয় দি ঘেউ ঘেউ কৰিবলৈ ধৰিলে। ঘেউ ঘেউ তাইৰ বেছি হ'ল। তাই ৰূপশিখাৰ আঁঠুৰ ওপৰলৈ নিজৰ ভৰি দুটা তুলি তাইক আক্ৰমণ কৰিবলৈ উদ্যত হ'ল। তাই তাইক কোনোপধ্যেই পাৰিজাতৰ কোঠাত সোমাবলৈ নিদিয়ে। এনেতে দুৱাৰৰ সিফালে থকা শোৱাকোঠাৰ টেলিফোন বাজিল। ডিব্ৰুগড়ৰ ট্ৰাঙ্ককল।

ধনঞ্জয়ে পাৰিজাতৰ লগত কথা পাতিলে: তুমি ভালে ভালে গৈ পালাগৈ, বাটত প্লে'নে বাম্পিং কৰিছিল নেকি, তুমি নথকাৰ বাবে ঘৰখনত থাকি বৰ অশান্তি পাইছোঁ, বৰ ডাল ডাল লাগিছে, সোনকালে

শুচি আহিবা, তুমি নোহোৱাকৈ এই ঘৰখনৰ কথা কল্পনাই কৰিব নোৱাৰি, অ' অ' ডেইজীয়ে ভুকি আছে, তুমি নহ'লে তায়ো বৰ অশান্তি কৰে, মোক একেবাৰে নেমানে, মই তোমাক লৈ আহিবলৈ লাগিব নেকি ? বাই।

খৰধৰকৈ শব্দ কৰি টেলিফোন থৈ ধনঞ্জয়ে আহি দেখিলে, ডেইজীৰ আক্ৰমণত তিষ্ঠিব নোৱাৰি ৰূপশিখাই তিৰোতাই সাধাৰণতে নমৰা কেইটামান বিকট চিঞৰ মাৰি পিছলৈ হুঁহকি গৈ আছে। সি 'ডেইজী' বুলি এক ভয় লগা ধমকিৰে কুকুৰজনীক টানি আনিলে। ড্ৰইংৰুমৰ দুৱাৰৰ কাষত দীঘল দীঘলকৈ উশাহ লৈ ৰূপশিখাই ক'লে, "ছাৰ, আপোনাৰ ঘৰলৈ আহো কেনেকৈ ? আপোনাৰ ৱাইফো কম নহয়, কুকুৰো কম নহয়। মই যাওঁ।"

"তুমি বহা, চাহতাহ খোৱা। মই তাইক এতিয়াই বান্ধি থম।" এই বুলি ধনঞ্জয়ে ৰূপশিখাৰ বাউসিত ধৰোঁতেই সি সেই দুৰ্গন্ধটো আকৌ পালে। তাইৰ বাউসিত তাৰ হাতৰ বান্ধোন শিথিল হৈ আহিল।

"মই আহিলোঁ।" ধনঞ্জয়ে এইবাৰ বাধা নিদিলে।

"তোমাক মটৰেৰে মই থৈ আহিম।"

"নেলাগে নেলাগে, ছাৰ! মই পাৰিম যাব। আপোনাৰ কুকুৰে গোটেই মুডটোকে নষ্ট কৰি দিলে।"

ব্লাউজ আৰু শাৰীৰ মাজৰ পেটৰ মেদবহুল বিস্তীৰ্ণ অংশ কঁপাই কঁপাই ৰূপশিখা দ্ৰুত গতিৰে ওলাই গ'ল। বাখৰ খটোৱা আঙঠি ধনঞ্জয়ৰ জেপতে থাকিল।

এক দীঘলীয়া নিশ্বাস ত্যাগ কৰি ধনঞ্জয় ড্ৰইংৰুমৰ চকী এখনত বহিল। সি দেখিলে, যিখন চকীত সাধাৰণতে পাৰিজাত বহে, সেইখন চকীতে সোমাই ডেইজীয়ে এক অদ্ভুত চাৱনিৰে তালৈ চাই আছে। ধনঞ্জয়ৰ ভীষণ খং উঠিছিল, এক ভয়ঙ্কৰ চাৱনিৰে সি তাইলৈ চাই তাইক কি শাস্তি দিয়া উচিত, সি ভাবিলে।

ডেইজী চকীৰ পৰা নামি আহিল। কাৰ্পেটত দীঘল হৈ পৰি তাই

আকৌ ধনঞ্জয়লৈ চাবলৈ ধৰিলে। এক ককণ চাৱনি। ৰাতিপুৱাৰ পৰা তাই একো খোৱা নাই। তাই লাহে লাহে আহি তাৰ ভৰি দুটাৰ মাজত সোমাই আগৰ দুটা ভৰি চকীলৈ তুলি তাৰ মুখলৈ চাবলৈ ধৰিলে। ধনঞ্জয়ে দেখিলে, তাইৰ দুয়োটা চকুত পানী। ধনঞ্জয়ৰ খং লাহে লাহে নাইকিয়া হ'ল। সি অলপ সময়ৰ পিছত উঠি নিজৰ কোঠালৈ গ'ল। কোঠাত কিছু সময় ইফালে সিফালে অহা যোৱা কৰি এইবাৰ সি বাৰাণ্ডালৈ ওলাই গ'ল।

দুমহলাৰ ওপৰৰ শোৱা কোঠাৰ সংলগ্ন এই বাৰাণ্ডালৈ ধনঞ্জয় আগতে প্ৰায় নাহেই। এই বাৰাণ্ডাতো পাৰিজাতৰ দখল সম্পূৰ্ণ। পাৰিজাতে দিনটোৰ যথেষ্ট সময় ইয়াত বহে, বহি মুকলি বতাহ সেৱন কৰে। কাষত অৱশ্যে সদায় থাকে ডেইজী।

ধনঞ্জয়ে বাৰাণ্ডাত বৈ ৰেলিঙত ভেজা দি তলৰ এটা ঘৰলৈ চায়। সেই ঘৰটো 'ওৱাৰ্কিং-উইমে'নৰ এটা হোষ্টেল। আগতে ধনঞ্জয়ে সেইফালে ভালকৈ চোৱাই নাছিল।

হোষ্টেলত গধূলি পঁচিছ-ত্ৰিছ বছৰৰ তিৰোতাবোৰ বেছ মুকলি ভাৱে থাকে। খিৰিকীবোৰ খোলা থাকে, পৰ্দাবোৰ প্ৰায়ে দাঙি থোৱা হয়।

কিছু সময় তেনেকৈ চাই থাকি ধনঞ্জয়ে শোৱা কোঠালৈ আহি এজন প্ৰসিদ্ধ ব্যৱসায়ীয়ে উপহাৰ দিয়া ডাঙৰ জাপানী বাইন'কুলাৰটো ৱাৰ্ডৰ'বৰ পৰা উলিয়াই লাইটটো বন্ধ কৰি সি পুনৰ বাৰাণ্ডালৈ আহিল।

ধনঞ্জয়ে বাইন'কুলাৰ আড্জাষ্ট কৰি কৰি হোষ্টেলৰ প্ৰতিখন খিৰিকীৰ মাজেৰে নিজৰ দৃষ্টি নিক্ষেপ কৰি গৈছিল। এক নতুন আৱিষ্কাৰ কৰা যেন লাগিল তাৰ।

ডেইজীয়েও ৰেলিঙত ভৰি দুটা তুলি ধনঞ্জয়ে চোৱা ফালে অলপ সময় চালে।

তাই এইবাৰ ধনঞ্জয়ৰ কঁকাললৈকে পিছফালৰ পৰা ভৰি দুটা তুলি

ঘেউ ঘেউ কৰিবলৈ ধৰিলে। খণ্ডত ধনঞ্জয়ে তাইক গোৰ মাৰি আঁতৰাই দিলে।

পিচ পাকতে ডেইজীয়ে তাইৰ সমস্ত শৰীৰ প্ৰশস্ত কৰি জঁাপ মাৰি ধনঞ্জয়ৰ গাত উঠি তাৰ সেঁাফালৰ পিঠিত এটা কামোৰ বহুৱাই দিলে।

টেলিফোনেৰে খবৰ পাই পাৰিজাত মাকৰ ঘৰৰ পৰা খৰধৰকৈ আহিবলৈ ওলাল। তাই মাকক ক'লে, "ডেইজীয়ে কিন্তু কোনো মানুহকে কামোৰা নাছিল।"

ডেইজীয়ে গেটৰ মুখতে গৈ পাৰিজাতৰ গালৈ জপিয়াই জপিয়াই তাইক আদৰণি জনালে।

পিঠিত বেণ্ডেজেৰে বিচনাত পৰি থকা ধনঞ্জয়ৰ কাষত পাৰিজাত বহিলগৈ। লগে গগে ডেইজীয়ে তাইৰ কোলাত মূৰটো থৈ কোঁপাবলৈ ধৰিলে।

পাৰিজাতে দেখিলে, ডেইজীৰ চকুৰ পৰা পানী ওলাই আহিছে।

—০—